ধনঞ্জয়ৰ

# দশৰূপকম্

নৱকুমাৰ সন্দিকৈ








ধনঞ্জয়ৰ

দশৰূপকম্

অসম সাহিত্য সভা

ধনঞ্জয় বিৰচিত

# দশৰূপকম্

অনুবাদ

ডঃ নৰকুমাৰ সন্দিকৈ






অসম সাহিত্য সভা

| | |
|---|---|
| **Dhananjy Birachita Dasharupakam** | Dhananjay's Dasharupakam translated into Assamese by Dr. Navakumar Handique and Published by Sri Sailen Das, General Secretary Asam Sahitya Sabha, Chandra Kanta Handique Bhaban Jorhat 785 001. |
| | Price : 55·00 Only |



প্ৰকাশক ঃ শ্ৰীশৈলেন দাস
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫০০১

প্ৰথম প্ৰকাশ ঃ ২২ ফেব্ৰুৱাৰী ১৯৯৮

মূল্য ঃ পঁচপন্ন টকা মাত্ৰ । 

প্ৰচ্ছদ ঃ শ্ৰীৰঞ্জিত গগৈ ।

ডি.টি.পি. ঃ ইউনিভাৰ্চেল প্ৰিণ্ট টেক্
পাণবজাৰ, গুৱাহাটী ৭৮১০০১

মুদ্ৰক ঃ মিছিছিপি অফছেট প্ৰিণ্টাৰ্চ
গুৱাহাটী - ১

## প্ৰধান সম্পাদকৰ একাষাৰ

সংস্কৃত নাট্য-সাহিত্যত ধনঞ্জয় বিৰচিত দশৰূপকম্ এক অনবদ্য সৃষ্টি । ভৰতৰ নাট্য-শাস্ত্ৰৰ পিছতেই দশৰূপকমে এখনি বিশিষ্ট আসন অধিকাৰ কৰি আছে । দশৰূপকমৰ প্ৰভাৱতেই সংস্কৃত নাট্য-সাহিত্যই এক নতুন মাত্ৰা লাভ কৰিছিল বুলি পণ্ডিতসকলে বিশ্লেষণ কৰি দেখুৱাইছে । এই গ্ৰন্থখনি ইংৰাজীৰ উপৰি বিভিন্ন ভাষালৈকো অনূদিত হোৱাৰ লগতে সৰ্বকালৰ এক অমূল্য গ্ৰন্থৰূপে জন-সমাজত সমাদৃত হৈ আহিছে । অসমীয়া ভাষালৈ দশৰূপকমৰ অনুবাদ কৰি কৃতিত্ব অৰ্জন কৰিছে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° নৱকুমাৰ সন্দিকৈয়ে । তেখেতৰ এই অনুবাদ আমাৰ জাতীয় সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান বুলি আমি অনুভৱ কৰোঁ ।

অসম সাহিত্য সভাৰ ১৯৯৭-৯৮ বৰ্ষৰ প্ৰকাশন উপ-সমিতিয়ে দশৰূপকমৰ অসমীয়া ভাঙনি প্ৰকাশ কৰা আঁচনি গ্ৰহণ কৰে আৰু ড° সন্দিকৈ ডাঙৰীয়াৰ ওপৰত অনুবাদৰ এই গুৰু দায়িত্ব অৰ্পণ কৰে । সভাৰ অনুৰোধ ৰক্ষা কৰি তেখেতে নিৰ্দিষ্ট সময়ৰ ভিতৰত অনুবাদকাৰ্য সম্পূৰ্ণ কৰি গ্ৰন্থখনি আমাৰ হাতত অৰ্পণ কৰে । আমি জাতীয় অনুষ্ঠানটিৰ হকে ড° সন্দিকৈ ডাঙৰীয়ালৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ । সকলো ধৰণৰ পাঠকে গ্ৰন্থখনি সহজে বুজি পোৱালৈ লক্ষ্য ৰাখি তেখেতে মূলৰ হুবহু অনুবাদৰ লগতে উদাহৰণসহ সকলো কথা ফঁহিয়াই দেখুৱাইছে ।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত আমাক সকলো সময়তে দিহা-পৰামৰ্শ আগ বঢ়াই উপকৃত কৰিছে সভাৰ মাননীয় সভাপতি ড° নগেন শইকীয়া দেৱে । সেয়েহে ড° শইকীয়াদেৱলৈ আমাৰ শ্ৰদ্ধা জনাইছোঁ । কামৰূপ জিলা সাহিত্য সভাৰ সম্পাদক শ্ৰীনৃপেন শৰ্মা, সভাৰ প্ৰাক্তন পত্ৰিকা সম্পাদক ড° প্ৰকাশ গোস্বামী আদিয়ে নিজৰ দহোবন কাতি কৰি আমাক সহায় কৰিছে । গ্ৰন্থখনিৰ বেটুপাতটি আঁকি দিছে শ্ৰীৰঞ্জিত গগৈয়ে অন্যান্য দিশত সহায় কৰিছে কামিনী তালুকদাৰ আৰু গোপাল কুমাৰ বৰ্মনে । আটাইলৈ আমাৰ আন্তৰিক ধন্যবাদ জনালোঁ । গুৱাহাটীৰ মিছিছিপি অফছেট প্ৰিণ্টাৰ্চে অতি কম দিনৰ ভিতৰত গ্ৰন্থখনি ছপা কৰি দি আমাক কৃতজ্ঞতাৰ পাশত বন্দী কৰিছে ।

দশৰূপকমৰ অসমীয়া অনুবাদ অসমীয়া সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান বুলি আমি বিশ্বাস কৰোঁ । আশা কৰোঁ সকলো শ্ৰেণীৰে পাঠকে গ্ৰন্থখনি আন্তৰিকতাৰে গ্ৰহণ কৰি সভাৰ এই প্ৰচেষ্টাক উদগনি যোগাব ।

২২ ফেব্ৰুৱাৰী ১৯৯৮ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫ ০০১

শ্ৰীশৈলেন দাস
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# বিষয় সূচী





## অনুবাদকৰ একাষাৰ

দশৰূপকৰ দৰে এখন সূত্ৰগ্ৰন্থ সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কৰাটো মোৰ দৰে মন্দধী লোকৰ শোভা নাপায়। কিন্তু পূজনীয় প্ৰাধ্যাপক ড° নগেন শইকীয়া চাৰৰ অনুপ্ৰেৰণা আৰু সঘন সকীয়নিৰ ফলত কামটো সমাপ্ত কৰিব পাৰিলোঁ। সেইবাবে চাৰৰ ওচৰত মই কৃতজ্ঞ। অনুবাদ কিমান নিখুঁত আৰু সাৱলীল হৈছে তাৰ বিচাৰ বিদ্বানজনে কৰিব। ভুল-ভ্ৰান্তি আঙুলিয়াই দি শুধৰণিৰ পথ দেখুৱাই দিলে অনুবাদকে কৃতাৰ্থ মানিব।

দশৰূপকৰ তলৰ তিনিটা সংস্কৰণৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰি এই অনুবাদ কৰ্ম সমাধা কৰা হ'ল। সেই কেইখন হ'ল – ১। দশৰূপকম্ – লোকমণি দাহল, চৌখাম্বা অমৰভাৰতী প্ৰকাশন, বাৰাণসী, প্ৰথম প্ৰকাশ, ১৯৮৭; ২। হিন্দী দশৰূপক – ডাঃ সুধাকৰ মালবীয়, কৃষ্ণদাস অকাদমী, বাৰণসী, দ্বিতীয় প্ৰকাশ, ১৯৯৫ আৰু ৩। The Dasarūpa, a treatise on Hindu Dramaturgy-George C.O. Haas, Motilal Banarsidass, Delhi, 1962.। এই তিনিগৰাকী গ্ৰন্থকাৰৰ ওচৰত অনুবাদক সমানেই ঋণী।

অনুবাদ যথাসাধ্য সহজ আৰু সৰল কৰিবলৈ চেষ্টা কৰা হৈছে। সূত্ৰসমূহ বুজাবলৈ অনুবাদত বোলে, বোলা হয়, কয়, কোৱা হয় আদি শব্দ প্ৰয়োগ কৰিব লগীয়া হৈছে, কাৰিকাবিলাকত নথকা সত্ত্বেও। তেনেকৈ কোনো কোনো কাৰিকাত দুই বা ততোধিক সংজ্ঞা আছে। তেনে কাৰিকাবোৰ ভাঙি ভাঙি দেখুওৱা হৈছে। অনুবাদ সুস্পষ্ট হোৱা যেন নালাগিলে বৰবন্ধনীৰ ভিতৰত তাৰ এটা সৰল ব্যাখ্যা দিবলৈ চেষ্টা কৰা হৈছে ধনিকৰ 'অৱলোক' বৃত্তিৰ সহায়ত। যদিও 'অৱলোক'ৰ অবিহনে দশৰূপক পূৰ্ণাঙ্গ যেন নালাগে, তাৰ মুকলি আৰু পূৰ্ণ অনুবাদ বিস্তৃতিৰ ভয়ত কৰা নহ'ল। সূত্ৰবিলাকৰ ব্যাখ্যাৰ প্ৰসঙ্গত দিয়া উদাহৰণসমূহ সেই বৃত্তিৰ পৰায়ে লোৱা হৈছে আৰু কেৱল যিবিলাক দৰকাৰী বুলি ভবা হৈছে, সেইবিলাকহে ইয়াত উল্লেখ কৰা হৈছে। উদাহৰণৰ প্ৰথম সংখ্যাই নাটকৰ ক্ষেত্ৰত অংক আৰু দ্বিতীয় সংখ্যাই শ্লোকৰ ক্ৰমিক নম্বৰ আৰু কাব্যৰ ক্ষেত্ৰত ক্ৰমে সৰ্গ বা অধ্যায় আৰু শ্লোকৰ নম্বৰ বুজাইছে। গাথাসপ্তশতীৰ দৰে সংকলনসমূহৰ ক্ষেত্ৰত সংখ্যাটোৱে শ্লোকৰ ক্ৰমিক নম্বৰ বুজাইছে। অজ্ঞাতনামা কবিৰ অথবা মূল গ্ৰন্থৰ নাম জানিব নোৱাৰা কিতাপৰ পৰা শ্লোক উদ্ধৃত কাৰোঁতে শ্লোকৰ প্ৰথম অংশটো দি ইত্যাদি বুলি বুজোৱা হৈছে। আশা কৰোঁ এই ব্যাখ্যা আৰু উদাহৰণবিলাকে মূল কাৰিকাবিলাক বুজাত সহায়ক হ'ব।

শেহত অসম সাহিত্য সভাই প্ৰকাশন আঁচনিৰ জৰিয়তে এই অনুবাদটি প্ৰকাশ কৰিবলৈ লোৱাত সভাৰ বৰ্তমানৰ সভাপতি শ্ৰদ্ধেয় শইকীয়া চাৰকে প্ৰমুখ্য কৰি সভাৰ বিষয়ববীয়াসকললৈ মোৰ আন্তৰিক শলাগ আৰু কৃতজ্ঞতা জনালোঁ ।

ড° নৰকুমাৰ সন্দিকৈ

# ভূমিকা

**ধনঞ্জয়ৰ দশৰূপক ঃ** সংস্কৃত নাট্য-শাস্ত্ৰীয় পৰম্পৰাত ধনঞ্জয়ৰ দশৰূপক একক আৰু অনন্য । ভৰত মুনিৰ বিশ্বকোষ সদৃশ নাট্য-শাস্ত্ৰৰ তুলনাত ইয়াৰ সুসংহত, সুশৃংখলিত আৰু একদেশানুগামী উপস্থাপন ৰীতিয়েই হ'ল ঘাই বৈশিষ্ট্য । নাট্য সম্পৰ্কীয় বিষয়বিলাকৰ বিস্তৃত তথা আনুপুংখিক বিচাৰ বিশ্লেষণ বাদ দি কেৱল দহ বিধ ৰূপকৰ বিষয়বস্তু, নেতা আৰু ৰসৰ বিষয়তে এই গ্ৰন্থ সীমাবদ্ধ ।

**ধনঞ্জয়ৰ সময় ঃ** গ্ৰন্থকাৰ ধনঞ্জয়ৰ বিষয়ে আদ্যোপান্ত জনা নগ'লেও গ্ৰন্থৰ সামৰণিত নিজৰ সম্পৰ্কে এনেদৰে কৈছে –

"ৱিষ্ণোঃ সুতেনাপি ধনঞ্জয়েন ৱিদ্বন্মনোৰাগনিবন্ধনহেতুঃ ।
আৱিষ্কৃতং মুঞ্জমহীশগোষ্ঠীৱৈদগ্ধ্যভাজা দশৰূপমেতৎ ॥ ৪।৮৬"

(মহাৰাজ মুঞ্জৰ বিদ্বৎ পৰিষদত বিদগ্ধতা লাভ কৰা বিষ্ণুৰ পুত্ৰ ধনঞ্জয়ে বিদ্বৎজনৰ আনন্দহেতু এই দশৰূপ (দশৰূপক) ৰচনা কৰিলে ।)

ইয়াৰ পৰা বুজা যায় যে বিষ্ণুৰ পুত্ৰ ধনঞ্জয় মুঞ্জৰ ৰাজসভাৰ পণ্ডিত আছিল । মুঞ্জ হ'ল পৰমাৰ বংশীয় মালৱ দেশৰ ৰজা । এওঁ সীয়কৰ (২য়) পুত্ৰ আৰু ৯৭৪ খ্ৰী-ত ৰাজ-সিংহাসনত উঠিছিল । মহাৰাজ মুঞ্জক বাকপতি, বাকপতিৰাজ, উৎপল, শ্ৰীবল্লভ আদি নামেৰেও জনাজাত । এওঁৰ ৰাজত্ব কাল চুবুৰীয়া ৰজাৰ সৈতে যুদ্ধ-বিগ্ৰহাদিৰে সমাকীৰ্ণ । চালুক্যৰাজ তৈলপক (২য়) প্ৰথমে কেইবাখনো যুদ্ধত পৰাজিত কৰিলেও অৱশেষত সেই তৈলপৰে হাতত বন্দী হৈ প্ৰাণ বিসৰ্জন দিব লগা হ'ল (আনুমানিক ৯৯৫ চনত) ।

কেৱল যোদ্ধা হিচাপেই নহয় কলা-সাহিত্যৰ ক্ষেত্ৰত উদ্যোগী আৰু পৃষ্ঠপোষক ৰজা হিচাপেও মুঞ্জৰ খ্যাতি আছিল । ধনঞ্জয়ৰ উপৰিও হলায়ূধ, ধনিক, পদ্মগুপ্ত আদি বিশিষ্ট কবি-সাহিত্যিকে তেওঁৰ ৰাজসভা অলংকৃত কৰিছিল । মহাৰাজ মুঞ্জৰ সময় অনুসৰি ধনঞ্জয়ৰ সময় দশম শতিকাৰ শেষাৰ্ধ বুলি ঠিৰাং কৰিব পাৰি । কিন্তু দশৰূপকৰ বাহিৰে তেওঁৰ দ্বাৰা অন্য গ্ৰন্থ পাবলৈ নাই ।

**দশৰূপকৰ নামকৰণ আৰু ইয়াৰ আধাৰ গ্ৰন্থ ঃ**

প্ৰস্তুত গ্ৰন্থত দহ প্ৰকাৰ ৰূপকৰ বিষয়ে আলোচনা কৰিছে বাবে ইয়াৰ নাম 'দশৰূপক' দিয়া হৈছে । কিন্তু কিছুমানে ক'ব বিচাৰে যে ইয়াৰ নাম 'দশৰূপ', কিয়নো স্বয়ং গ্ৰন্থকাৰে 'দশৰূপমেতৎ' বুলি গ্ৰন্থৰ সামৰণি মাৰিছে । তেনেকৈ ধনিকেও তেওঁৰ বৃত্তি 'দশৰূপাৱলোক' বুলি সমাপ্ত কৰিছে । কিন্তু দুয়োটা ৰূপেই শুদ্ধ বুলি ক'ব পাৰি কিয়নো মূলত যেনে ১।২, ৩।৭৬ আৰু ৪।৮৬ নং

কাৰিকাবিলাকত ক্ৰমে 'দশৰূপ', 'দশৰূপক আৰু 'দশৰূপ' বুলি উল্লেখ আছে। তেনেকৈ বহুৰূপমিশ্ৰৰ 'দশৰূপক-টীকা আৰু দেৱপাণিৰ 'দশৰূপ-টীকা আদি নাম পোৱা যায়। গতিকে ছন্দৰ মিলৰ বাবে গ্ৰহণ কৰা দুয়োটা ৰূপেই শুদ্ধ। বস্তুতঃ 'দশৰূপক' হ'ল বহু প্ৰচলিত নাম।

ভৰতৰ নাট্যশাস্ত্ৰ হ'ল দশৰূপকৰ আধাৰ গ্ৰন্থ। বিবিধ বিষয় সন্নিৱিষ্ট থকা বিপুল আয়তনৰ নাট্যশাস্ত্ৰৰ সিদ্ধান্তসমূহ সেই গ্ৰন্থৰ শব্দৰেই অতি সংক্ষেপেৰে আৰু সৰল ৰীতিৰে ধনঞ্জয়ে এই গ্ৰন্থখনি প্ৰস্তুত কৰিছে। তেওঁ কৈছে — "নাট্যবেদ বিশাল আৰু বিস্তৃত বাবে অল্পবুদ্ধিমানবিলাকৰ বুদ্ধিভ্ৰম হয়। সেইবাবে সেই নাট্যবেদৰ বিষয় সেই সেই শব্দৰ দ্বাৰা সহজ উপায়েৰে সংক্ষেপে ইয়াত কোৱা হৈছে।" [ব্যাকীৰ্ণে মন্দবুদ্ধীনাং জায়তে মতিবিভ্ৰমঃ। তস্যাৰ্থস্তৎপদৈস্তেন সংক্ষিপ্য ক্ৰিয়তেঽঞ্জসা ॥ ১।৫ ।] নাট্য সম্বন্ধী ধাৰণাসমূহ নাট্যশাস্ত্ৰত জত্ৰ তত্ৰ লিপিবদ্ধ আছে বাবে সংক্ষেপ তথা নতুন ৰূপত সেইবিলাক প্ৰতিপাদন কৰাটোৱেই এওঁৰ উদ্দেশ্য — 'নাট্যানাং কিন্তু কিঞ্চিৎপ্ৰগুণৰচনয়া লক্ষ্যণং সংক্ষিপামি ॥ ১।৪ ।' গতিকে দশৰূপকত নাট্য সম্পৰ্কীয় সাৰভাগহে লিপিবদ্ধ কৰিছে। বাস্তৱিকতে নাট্যশাস্ত্ৰ বিশাল (৩৬ অধ্যায়) আৰু বিষয়ো ব্যাপক। ফলত সহজ-সৰল ৰূপত সৰ্বসাধাৰণৰ গ্ৰাহ্য হোৱাকৈ তাৰ ক্ষুদ্ৰ সংস্কৰণ এটাৰ প্ৰয়োজন হয়তো ধনঞ্জয়ে অনুভৱ কৰিছিল আৰু তাৰ ফল স্বৰূপেই দশৰূপকৰ সৃষ্টি। বস্তুতঃ সৰলতা, সহজবোধ্যতা আৰু একদেশদৰ্শীতা অৰ্থাৎ কেৱল ৰূপকৰ বৰ্ণনাই এই গ্ৰন্থৰ সাফল্যৰ ঘাই খুঁটা।

নাট্য-শাস্ত্ৰৰ আধাৰত নাট্য সম্বন্ধী ভালেমান স্বয়ংসম্পূৰ্ণ গ্ৰন্থ ৰচিত হৈছে। তাৰ ভিতৰত নন্দিকেশ্বৰৰ (খ্ৰীঃ তৃতীয় শতিকা) 'অভিনয় দৰ্পণ', সাগৰনন্দীৰ (একাদশ শতিকা) 'নাটকলক্ষণৰত্নকোশ', ৰামচন্দ্ৰ-গুণচন্দ্ৰৰ (দ্বাদশ শতিকা) 'নাট্যদৰ্পণ', শাৰদাতনয়ৰ (ত্ৰয়োদশ শতিকা) 'ভাৱপ্ৰকাশন', শিঙ্গভূপালৰ (চতুৰ্দশ শতিকা) 'ৰসা নৱসুধাকৰ', ৰূপগোস্বামীৰ (ষোড়শ শতিকা) 'নাটকচন্দ্ৰিকা', সুন্দৰমিশ্ৰৰ (সপ্তদশ শতিকা) 'নাট্যপ্ৰদীপেই' প্ৰধান। ইয়াৰ উপৰিও ভোজৰাজৰ (একাদশ শতিকা) 'শৃঙ্গাৰপ্ৰকাশ' আৰু 'সৰস্বতী কণ্ঠাভৰণ', হেমচন্দ্ৰ সূৰিৰ (দ্বাদশ শতিকা) 'কাব্যানুশাসন', বিদ্যানাথৰ (চতুৰ্দশ শতিকা) 'প্ৰতাপৰুদ্ৰয়শোভূষণ' আৰু কবিৰাজ বিশ্বনাথৰ (চতুৰ্দশ শতিকা) 'সাহিত্যদৰ্পণ'ত অধ্যায় বিশেষে নাট্যকলা সম্পৰ্কে আলোচনা কৰা হৈছে। ইয়াৰ ভিতৰত 'অভিনয়দৰ্পণ'ৰ বাদে বাকী গোটেইবিলাক দশৰূপকৰ পিছৰ ৰচনা আৰু সেই গোটেইবিলাকত ইয়াৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ অনুভূত হয়। ইমানবিলাক গ্ৰন্থৰ ভিতৰত দশৰূপকে একক স্থান অধিকাৰ কৰাৰ কাৰণ হৈছে



ইয়াৰ বিষয়বস্তুৰ সংক্ষিপ্ততা, স্পষ্টটা, সহজবোধ্য উপস্থাপন ৰীতি আৰু একদেশানুগামিতা। সেইবাবে ইয়াৰ উপযোগিতা বেছি।

**ধনিক আৰু তেওঁৰ 'অৱলোক' ঃ**

ধনঞ্জয়ৰ দশৰূপক তিনিশ কাৰিকাত সমাপ্ত। তেওঁৰ ভায়েক ধনিকে 'অৱলোক' নামৰ বৃত্তি লিখি গ্ৰন্থখন বেছি সহজসাধ্য কৰি তুলিছে। এই 'অৱলোক' বৃত্তি নাট্য-শাস্ত্ৰৰ অভিনৱগুপ্তই লিখা 'অভিনৱভাৰতী' নামৰ টীকাৰ দৰেই বিখ্যাত। বস্তুতঃ ধনিকৰ 'অৱলোক'ৰ অবিহনে দশৰূপক অপূৰ্ণ যেন লাগে।

কিছু লোকে ধনঞ্জয় আৰু ধনিক একেজন ব্যক্তি বুলিয়েই ক'ব খোজে। স্মৰ্তব্য যে দশৰূপকৰ কাৰিকা এটাৰ [৩।৩২(খ)-৩৩(ক)] উদ্ধৃতি দি সাহিত্য দৰ্পণত (৬।৬০) বিশ্বনাথে 'য়দুক্তং ধনিকেন' বুলি উল্লেখ কৰিছে। তদুপৰি কাৰিকাৰ অতিৰিক্ত বৃত্তিত কোনো ধৰণৰ মঙ্গলাচৰণ নাই। গতিকে কাৰিকাৰ আৰু বৃত্তিকাৰ দুয়ো একেজন ব্যক্তি মাত্ৰ। বাস্তৱিকতে এই মত শুদ্ধ নহয়। এওঁলোক দুজন ভিন্ন ব্যক্তি। কাৰিকা আৰু বৃত্তিত তেওঁলোকৰ মত পাৰ্থক্যও দেখা পোৱা যায়। উদাহৰণ স্বৰূপে ২।২২ নং কাৰিকাৰ 'সুখাৰ্থ' শব্দটো ধনিকে 'অপ্ৰয়াসাৱাপ্তধনঃ' (সহজতে ধন লাভ কৰা লোক) অথবা 'সুখপ্ৰয়োজন' (সুখ ভোগেই ধনৰ প্ৰয়োজন বুলি ভবা লোক) বুলি বিশ্লেষণ কৰিছে, যিটো ধনঞ্জয়ৰ অভিপ্ৰেত নহয়। সেইদৰে ৩।৩৬(ক)নং কাৰিকাত 'ত্যাজ্যমাৱশ্যকং ন চ'ৰ পোনপটীয়া অৰ্থ হ'ল আৱশ্যকীয় কথা বস্তু মঞ্চত প্ৰদৰ্শনৰ বাবে এৰিব নালাগে। বৃত্তিকাৰে সাধাৰণ অৰ্থটো এৰি কৈছে যে আৱশ্যকং তু দেৱপিতৃকাৰ্য্যাদ্যৱশ্যমেৱ কৃচিৎ কুৰ্য্যাৎ।' অৰ্থাৎ আৱশ্যক হ'লে ক'ৰবাত ক'ৰবাত দেৱপিতৃকাৰ্য আদিৰ নিৰ্দেশ দিব লাগে। তদুপৰি প্ৰত্যেক টীকাতে কাৰিকাৰ আৰু বৃত্তিকাৰ দুজন বেলেগ ব্যক্তি বুলি উল্লেখ পোৱা যায়।

ধনিকে নিজৰ সম্পৰ্কে বিশেষভাৱে একো কৈ যোৱা নাই। কিন্তু বৃত্তিটোৰ সামৰণি এনেকৈ মাৰিছে — 'ইতি শ্ৰীবিষ্ণুসূনোৰ্ধানিকস্য কৃতৌ দশৰূপাৱলোকে 'ৰসৱিচাৰো' নাম চতুৰ্থঃ প্ৰকাশঃ সমাপ্তঃ।' অৰ্থাৎ ধনিক হ'ল বিষ্ণুৰ পুত্ৰ। অন্যহাতেদি H.H. Wilson-এ তেওঁৰ Select Specimen of the Theatre of the Hindus (Vol I) XX, XXI-ত উল্লেখ কৰিছে যে দশৰূপকৰ এখন হস্তলিপিত ধনিকক উৎপলৰাজৰ 'মহাসাধ্যপাল' (বিষয়া) বুলি কৈছে। এইজন উৎপলৰাজ মহাৰাজ মুঞ্জৰ বাদে আন একো নহয়। গতিকে একোজন পৃষ্ঠপোষক ৰজা আৰু একে পিতৃৰে সন্তান ধনিকক ধনঞ্জয়ৰ ভাতৃ বুলি কোৱাত ভুল হ'ব নোৱাৰে। তদুপৰি ধনিকে 'অৱলোক'ত পদ্মগুপ্তই লিখা 'নৱসাহসাঙ্কচৰিত্ৰ' নামৰ পুথিখনৰ

পৰা এটা শ্লোক উদ্ধৃতি কৰিছে । পদ্মগুপ্ত হ'ল মুঞ্জৰ ভাতৃ সিন্ধুৰাজৰ ৰাজকবি । ইয়াৰ পৰা এইটো সহজে অনুমান কৰিব পাৰি যে ধনিকে জ্যেষ্ঠ ভাতৃ ধনঞ্জয়ৰ দৰে মুঞ্জৰ ৰাজসভা অলংকৃত কৰিছিল । পিছত তেওঁ সিন্ধুৰাজৰ ৰাজসভাতো আছিল আৰু সম্ভৱতঃ তেতিয়াই তেওঁ এই 'অৱলোক' বৃত্তি ৰচনা কৰিছিল । গতিকে ধনিকৰ সময় দশম শতিকাৰ শেষাৰ্ধৰ পৰা একাদশ শতিকাৰ পূৰ্বাৰ্ধ বুলি নিশ্চিত কৰিব পাৰি ।

ধনিকৰ অন্য ৰচনা সম্পৰ্কে আংশিকভাৱেহে জনা যায় । ৪।৩৭নং কাৰিকাৰ প্ৰসঙ্গত নিজৰ মত দাঙি ধৰি 'কাব্যনিৰ্ণয়' নামৰ স্বৰচিত গ্ৰন্থৰ পৰা সাতোটা শ্লোক উদ্ধৃত কৰিছে । সম্প্ৰতি কিন্তু এই গ্ৰন্থ পাবলৈ নাই । অন্যহাতেদি তেওঁৰ কবিত্ব শক্তিৰ পৰিচয় 'অৱলোক'ত যথেষ্ঠ পৰিমাণে পোৱা যায় । কাৰিকাৰ সূত্ৰসমূহৰ উদাহৰণ প্ৰসঙ্গত তেওঁ চৌবিশটা স্বৰচিত শ্লোকৰ উদ্ধৃতি দিছে, যাৰ ভিতৰত চাৰিটা প্ৰাকৃত শ্লোকো আছে । এইবিলাকে প্ৰমাণ কৰে যে তেওঁ সাহিত্য, মীমাংসা আৰু নাট্য-শাস্ত্ৰত এজন অসাধাৰণ পণ্ডিত আছিল । ধনিকৰ পাণ্ডিত্য তথা বিচাৰ ক্ষমতা চতুৰ্থ প্ৰকাশত বেছিকৈ দেখা পোৱা যায় য'ত তেওঁ শান্তৰস, ৰসৰ বিৰোধী তথা অবিৰোধী ভাব সম্বন্ধে স্বকীয় মন্তব্য দাঙি ধৰিছে ।

'অৱলোক'ৰ ব্যাখ্যা শৈলী সৰল আৰু সহজ । অনেক পাৰিভাষিক শব্দৰ স্বকীয় নিৰ্বচনো কৰিছে । কাৰিকাৰ ব্যাখ্যা আৰু উদাহৰণ প্ৰধান অপ্ৰধান নাটক-নাটিকাৰ পৰা কেৱল মাত্ৰ শ্লোকেই ব্যৱহাৰ কৰা নাই, প্ৰয়োজন সাপেক্ষে গদ্য সংলাপো ব্যৱহাৰ কৰিছে । আনহাতে তেওঁৰ উদ্ধৃতি নাটকৰ মাজতে সীমাবদ্ধ নহয় ভালেমান কাব্য গ্ৰন্থৰ পৰাও সংগ্ৰহ কৰিছে । নাট্য-শাস্ত্ৰ বা তেনেধৰণৰ গ্ৰন্থসমূহৰ পৰাও তেওঁ উদাহৰণ আনিছে । অধুনালুপ্ত বহু গ্ৰন্থও ধনিকৰ উদাহৰণৰ পৰা হাত সাৰি যোৱা নাই । কেতিয়াবা কেতিয়াবা উদ্ধৃতি কৰা গ্ৰন্থবিলাকৰ নাম উল্লেখ কৰিছে, কিন্তু প্ৰায় ক্ষেত্ৰতে মূল গ্ৰন্থৰ নামোল্লেখ নাই । তলত সেইবিলাকৰ নাম দিয়া হ'ল —

(ক) **প্ৰকাশিত নাট্যসমূহ** ঃ ১। অনৰ্ঘৰাঘৱ, ২। অভিজ্ঞানশকুন্তলম, ৩। উত্তৰৰামচৰিত, ৪। কৰ্পূৰমঞ্জৰী, ৫। নাগানন্দ, ৬। প্ৰিয়দৰ্শিকা (কেৱল নামহে উল্লেখ কৰিছে ), ৭। মহাবীৰচৰিত, ৮। মহানাটক বা হনুমান্নাটক, ৯। মালৱিকাগ্নিমিত্ৰ, ১০। মালতীমাধৱ, ১১। মুদ্ৰাৰাক্ষক, ১২। মৃচ্ছকটিক, ১৩। ৰত্নাৱলী, ১৪। ৱিদ্ধশালভঞ্জিকা, ১৫। বিক্ৰমোৰ্ৱশীয় আৰু ১৬। ৱেনীসংহাৰ ।

(খ) **অধুনালুপ্ত নাটকৰাজি** ঃ ১। উদাত্তৰাঘৱ, ২। ছলিতৰাম, ৩। তৰঙ্গদত্ত, ৪। পাণ্ডৱানন্দ, ৫। পুষ্পদূষিতক (নামোল্লেখ মাত্ৰ) আৰু ৬। ৰামাভ্যুদয় (নামোল্লেখ মাত্ৰ)



(গ) অন্যান্য **গ্ৰন্থ** ঃ ১। অমৰুশতক, ২। কিৰাতাৰ্জুনীয়, ৩। কাদম্বৰী (উদ্ধৃতিবিহীন ঘটনাৰ উল্লেখ), ৪। কুমাৰসম্ভৱ, ৫। নৱসাহসাঙ্কচৰিত, ৬। বৃহৎকথা (উদ্ধৃতি দিয়া নাই), ৭। ভৰ্তৃহৰিৰ নীতিশতক, ৮। মহাভাৰত (উদ্ধৃতি দিয়া নাই), ৯। মেঘদূত, ১০। ৰঘুবংশ, ১১। ৰামায়ণ (উদ্ধৃতি দিয়া নাই), ১২। শিশুপালবধ, ১৩। শৃঙ্গাৰশতক, আৰু ১৪। হালৰ গাথাসপ্তশতী (প্ৰাকৃত কাব্য) ।

(ঘ) **সূত্ৰগ্ৰন্থসমূহ** ঃ ১। কামশাস্ত্ৰ, ২। ৰুদ্ৰটৰ কাব্যালংকাৰ, ৩। কাব্যনিৰ্ণয় (ধনিকৰ স্বৰচিত) আৰু ৪। নাট্য-শাস্ত্ৰ ।

এইবিলাকৰ উপৰিও আনন্দবৰ্ধনৰ ধ্বন্যালোক, বিকটনিতম্বা নামৰ এগৰাকী মহিলা কবি, বহুতো অজ্ঞাতনামা কবি, বাকপৰিৰাজদেৱ (মুঞ্জ) আৰু ৰুদ্ৰকবিৰ পৰাও ধনিকে উদ্ধৃতি সংগ্ৰহ কৰিছে ।

ক্ষেত্ৰবিশেষে এই উদ্ধৃতিসমূহ মূলৰ লগত কিছু হেৰফেৰ পোৱা যায়, কিয়নো প্ৰকাশ ভেদে তেনেকুৱা হোৱাটো স্বাভাৱিক । অন্যহাতে ৩।১৩ নং কাৰিকৰি আলোচনা প্ৰসঙ্গত 'বিক্ৰমোৰ্ৱশীয়' নাটকৰ পৰা সংগৃহীত সংলাপখিনি বৰ্তমান প্ৰকাশিত এই নাটকখনত পাবলৈ টান । এইবিলাক বৰ ধৰ্তব্য নহয় যেন লাগে । মুঠতে 'অৱলোকে' ধনিকৰ সংস্কৃত সাহিত্যৰ সুগভীৰ অধ্যয়ন আৰু ব্যুৎপত্তিৰ কথাকে প্ৰতিপন্ন কৰে ।

**দশৰূপকৰ প্ৰতিপাদন শৈলী** ঃ দশৰূপক এখন সূত্ৰগ্ৰন্থ । গতিকে অনাৱশ্যক বিস্তৃতি বাদ দি কেৱল ৩।০ শ্লোকত প্ৰতিপাদ্য দহোটা ৰূপকৰ ভেদকতত্ত্ব বস্তু, নেতা আৰু ৰসৰ পৰিপূৰ্ণ বিচাৰ কৰিছে । নাট্য-শাস্ত্ৰৰ তুলনাত অত্যন্ত সংক্ষিপ্ত আৰু বিষয়ানুগামী । প্ৰয়োজন সাপেক্ষে নিজৰ মতো ধনঞ্জয়ে উত্থাপন কৰিছে । উদ্ভট, ৰুদ্ৰট আৰু আনন্দবৰ্ধনৰ (ধ্বনিকাৰ) মত আলোচনা কৰি তেওঁ নিজৰ মত উপস্থাপন কৰিছে, যেনে–'শমমপি কেচিৎ প্ৰাহুঃ পুষ্টিৰ্নাট্যেষু নৈতস্য । [দশৰূপক ৪।৩৫(খ)] । তেনেকৈ নাট্য-শাস্ত্ৰৰ চাৰি প্ৰকাৰ নায়িকাৰ (দিব্যা, নৃপপত্নী, কুলস্ত্ৰী আৰু গণিকা) ঠাইত তিনিবিধ নায়িকাৰ (স্বীয়া, পৰকীয়া আৰু সাধাৰণস্ত্ৰী) কথা উল্লেখ কৰিছে । শৃঙ্গাৰ ৰসৰ বিভাজনৰ ক্ষেত্ৰতো কাৰিকাকাৰে সম্ভোগ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰৰ ঠাইত অয়োগ, বিয়োগ আৰু সম্ভোগ ভেদে তিনি ভাগত দেখুৱাইছে ।

দশৰূপকৰ প্ৰায়খিনি কাৰিকাই অনুষ্টুপ ছন্দত লিখিত । কিন্তু প্ৰত্যেক প্ৰকাশৰ অন্তত আৰু ক্ষেত্ৰবিশেষে মাজে মাজে অন্য ওঠৰটা ছন্দৰ ব্যৱহাৰ কৰা গৈছে । এইকেইটা হ'ল–

| | | |
|---|---|---|
| ১। আৰ্যাবৃত্ত (১।৩, ৪।১৩, ৪।৩৫; ৪।৩৬, আৰু ৩৭) | – | ৫ |
| ২। স্রগ্ধৰা (১।৪, ৪।৮, ৪।২৮) | — | ৩ |
| ৩। ইন্দ্ৰবজ্ৰা (১।৬, ৪।৪৯, ৪।৮৬) | — | ৩ |
| ৪। বসন্ত তিলক (১।৬৮, ৩।৬, ৪।৭২, ৪।৮৫) | — | ৪ |
| ৫। উপজাতি (২।৭২) | — | ১ |
| ৬। শাৰ্দূলবিক্ৰীড়িত (৪।৭৩ আৰু ৭৪) | — | ২ |
| | মুঠ- | ১৮ |

ছন্দৰ প্ৰয়োজনৰ ক্ষেত্ৰত ধনঞ্জয়ে কেতিয়াবা কেতিয়াবা স্যাৎ, ভৱেৎ, ইৰ্য্যতো। স্মৃতঃ আদি শব্দৰ ব্যৱহাৰ কৰিছে। কেতিয়াবা কোনো কোনো শব্দৰ বেলেগ বেলেগ ৰূপো ব্যৱহাৰ কৰা দেখা যায়, যেনে 'সূত্ৰধাৰ'ৰ ঠাইত 'সূত্ৰিন্' [৩।৯]। প্ৰয়োজন সাপেক্ষে পাৰিভাষিক শব্দকো বেলেগে লিখিছে, যেনে- 'নিদ্ৰা'ৰ ঠাইত 'স্বাপ' [৪।৮২] আৰু 'ব্যাধি'ৰ ঠাইত 'আৰ্তি' [৪।৭৩] শব্দ ব্যৱহাৰ কৰিছে। ক্ষেত্ৰবিশেষে সম্পূৰ্ণ পদটো ব্যৱহাৰ নকৰি অংশমাত্ৰ উল্লেখ কৰিছে, - 'বিৰহোৎকণ্ঠিতা'ৰ সলনি 'উৎকা' [৪।৬৮]। আকৌ কেতিয়াবা ইয়াৰ বিপৰীতো হৈছে, যেনে 'শম'ৰ ঠাইত 'শমপ্ৰকৰ্ষ' [৪।৪৫] ব্যৱহাৰ কৰিছে। কেতিয়াবা উপসৰ্গৰ প্ৰয়োগ কৰিছে, কেতিয়াবা আকৌ প্ৰয়োগ নকৰাকৈও লিখিছে, যেনে 'হৰ্ষ'ৰ ঠাইত 'প্ৰহৰ্ষ [৪।৭২] আৰু 'আবেগ' ৰসলনি 'বেগ' [৪।৭৪] ব্যৱহাৰ কৰিছে। ক'ৰবাত আকৌ বেলেগ উপসৰ্গও প্ৰয়োগ কৰা দেখা যায়, যেনে 'অৱমৰ্শ'ৰ সলনি 'বিমৰ্শ' [৩।৬০] শব্দৰ প্ৰয়োগ। ক্ষেত্ৰ বিশেষে একে অৰ্থযুক্ত বেলেগ প্ৰত্যয় নিষ্পন্ন শব্দও ব্যৱহাৰ কৰিছে,– যেনে আলস্য'ৰ ঠাইত 'অলসতা' [৪।৮], 'ভাবন'ৰ সলনি 'ভাবা' [১।৫০] আৰু 'অনুমান'ৰ সলনি 'অনুমা'ৰ [১।৪০] ব্যৱহাৰ। তেনেকৈ 'উৎঘাত্যক'ক 'উৎঘাত্য' [৩।১৪] আৰু 'জনান্তিক'ক 'জনান্ত' [১।৬৫] বোলাটো মন কৰিব লগীয়া। এইবিলাকে দশৰূপকৰ স্বকীয়তা আনিছে।

**দশৰূপকৰ বিষয়বস্তু** ঃ দশৰূপক হ'ল নাট্য বিষয়ৰ নিৰূপণাত্মক গ্ৰন্থ। ইয়াৰ প্ৰতিপাদ্য বিষয় সম্পৰ্কে প্ৰথম প্ৰকাশৰ চতুৰ্থ কাৰিকাত ধনঞ্জয়ে এনেদৰে কৈছে — "ব্ৰহ্মাই সকলো বেদৰ পৰা সাৰ অংশ গ্ৰহণ কৰি নাট্যবেদ (নাট্যশাস্ত্ৰ) ৰচনা কৰিলে। তাতে ভৰত মুনিয়ে অভিনয়, নীলকণ্ঠই তাণ্ডৱ আৰু পাৰ্ৱতীয়ে লাস্য নৃত্ত সংযোগ কৰিলে। সেই নাট্যবেদৰ সম্পূৰ্ণ লক্ষণ কোনে নিৰূপণ কৰিব পাৰে ? তথাপি তাৰ এটা অঙ্গৰ (দশৰূপকৰ) লক্ষণ উৎকৃষ্ট ৰচনাৰ দ্বাৰা সংক্ষেপে উল্লেখ কৰিম।"



গ্ৰন্থখনৰ মূল বিষয় হ'ল দহ প্ৰকাৰ ৰূপকৰ লক্ষণ বৰ্ণনা কৰা। ইয়াত ৰিটা অধ্যায় আছে, যাক প্ৰকাশ বুলি কোৱা হৈছে। প্ৰথম প্ৰকাশত বস্তু ভাগৰ বিষয়ে, দ্বিতীয়টোত নেতাৰ বিষয়ে, তৃতীয়টোত ৰূপকৰ লক্ষণ সম্পৰ্কে াৰু চতুৰ্থ প্ৰকাশত ৰসৰ বিচাৰ সম্বন্ধে আলোচনা কৰিছে।

**প্ৰথম প্ৰকাশ** ঃ আৰম্ভণিতে মঙ্গলাচৰণৰ পিছতে দশৰূপকৰ ৰচনাৰ উদ্দেশ্যৰ থা কৈ ইয়াৰ বিষয়, অধিকাৰী তথা ৰচনাৰ প্ৰয়োজনীয়তাৰ বিষয়ে উল্লেখ ৰিছে। নাট্যৰ লক্ষণৰ বৰ্ণনা প্ৰসঙ্গত পৰ্যায়বাচক ৰূপ আৰু ৰূপকৰ সম্পৰ্কে কছে।

তাৰ পিছত তেওঁ নাটক, প্ৰকৰণ, ভাণ, প্ৰহসন, ডিম, ব্যায়োগ, সমৱকাৰ, ীথী, অঙ্ক (উৎসৃষ্টিকাঙ্ক) আৰু ঈহামৃগ ভেদে ৰূপকৰ প্ৰধান বিভাজনবোৰ দেখুৱাইছে। ত্য আৰু নৃত্তৰ সূত্ৰ আৰু ব্যাখ্যাৰ পিছত দুয়োকে মাৰ্গ আৰু দেশী ভেদে পুনৰ ভাগত ভগাইছে। তাৰ পাছত তেওঁ ৰূপকৰ আধাৰ বস্তু, নেতা আৰু ৰস — এই তিনি তত্ত্বৰ আলোচনা কৰিছে।

কথাবস্তু বা কাহিনীক ধনঞ্জয়ে প্ৰথমে আধিকাৰিক আৰু প্ৰাসঙ্গিক — এই ভাগত ভগাই নাটকৰ আদিৰে পৰা অন্তলৈকে থকা প্ৰধান কাহিনী ভাগক আধিকাৰিক আৰু এই প্ৰধান কাহিনী ভাগৰ সহায়ক কাহিনী ভাগক প্ৰাসঙ্গিক আখ্যা দিছে। প্ৰাসঙ্গিক কথাবস্তুক তেওঁ পুনৰ দুভাগত ভাগ কৰিছে — পতাকা আৰু প্ৰকৰী। আধিকাৰিক কাহিনীৰ মুখ্য সহায়কাৰী আৰু তাৰ সমান্তৰালভাৱে কিছুদূৰ গতি কৰা প্ৰাসঙ্গিক কাহিনী ভাগক পতাকা আৰু ক্ষণ মাত্ৰ গতি কৰা ভাগক প্ৰকৰী বুলি কৈছে। প্ৰসঙ্গক্ৰমে পতাকাস্থানকৰ কথা উল্লেখ কৰি তিনিও কাহিনী ভাগক প্ৰখ্যাত, উৎপাদ্য (কাল্পনিক) আৰু মিশ্ৰিত — এই তিনি ভাগত ভাগ কৰিছে। [দ্ৰষ্টব্য ঃ পৰিশিষ্ট ক (১)]।

ৰূপকবিলাকৰ ইতিবৃত্তৰ নায়কৰ কিবা নহয় কিবা একোটা লক্ষ্য থাকে। ইয়েই হৈছে ৰূপকৰ ফল। এই উপায়ৰ সিদ্ধি স্বৰূপ বীজ, বিন্দু, পতাকা, প্ৰকৰী আৰু কাৰ্য — এই পাঁচ প্ৰকাৰ অৰ্থ প্ৰকৃতিৰ কথা বৰ্ণনা কৰিছে। লগতে ফল-প্ৰাপ্তিৰ বাবে নায়কে যাব লগা ভিন্ন ভিন্ন অৱস্থাৰ কথাও কৈছে। এইকেইটাই হৈ পাঁচপ্ৰকাৰৰ কাৰ্যাৱস্থা — আৰম্ভ, প্ৰযত্ন, প্ৰাপ্ত্যাশ, নিয়তাপ্তি আৰু ফলাগম। ইয়াৰ পাছতে অৰ্থপ্ৰকৃতি আৰু কাৰ্যাৱস্থাৰ সম্বন্ধত গঢ়ি উঠা — মুখ, প্ৰতিমুখ, গৰ্ভ, অৱমৰ্শ আৰু উপসংহাৰ নামৰ পাঁচবিধ সন্ধিৰ কথা বৰ্ণনা কৰিছে। লগতে এই মূল সন্ধিবিলাকৰ ৬৪বিধ অঙ্গ সন্ধিৰো বৰ্ণনা দিছে।

সমস্ত কথাবস্তুক পুনৰ তেওঁ সূচ্য (সূচনাৰ যোগ্য) আৰু অসূচ্য (দৃশ্য-শ্ৰাব্য)

ভেদে ভাগ কৰি সূচ্যকথাবস্তুৰ সূচনাৰ বাবে ব্যৱহাৰ কৰা বিস্কম্ভক, চূলিকা, অঙ্কাস্য অঙ্কাৱতাৰ আৰু প্ৰৱেশক আদিৰ সূত্ৰ আগ বঢ়াইছে। [দ্ৰষ্টব্যঃ পৰিশিষ্ট ক (২)]।

ধনঞ্জয়ে কথাবস্তুক পুনৰ সৰ্বশ্ৰাব্য, নিয়তশ্ৰাব্য আৰু অশ্ৰাব্য — এই তিনি ভাগত ভগাইছে। নিয়তশ্ৰাব্যৰ জনান্তিক, অপৱাৰিত আৰু আকাশভাৰিত আদি বিভাজনৰ কথাও উল্লেখ কৰিছে। [দ্ৰষ্টব্য ঃ পৰিশিষ্ট ক (৩)]।

**দ্বিতীয় প্ৰকাশ ঃ** দ্বিতীয় প্ৰকাশৰ প্ৰতিপাদ্য বিষয় হ'ল ৰূপকৰ নায়ক-নায়িকাৰ স্বৰূপ বিশ্লেষণ আৰু সেইবিলাকৰ বিভাজন। নেতা অৰ্থাৎ নাটকৰ মূল নায়ক বিনীত, মধুৰ, ত্যাগী, দক্ষ, তেজস্বী, বীৰ আদি গুণী পুৰুষ হ'ব লাগে বুলি কৈছে। তাৰ পাছত ধনঞ্জয়ে নায়কক ধীৰোদাত্ত, ধীৰললিত, ধীৰপ্ৰশান্ত আৰু ধীৰোদ্ধত আদি ভেদে চাৰি ভাগত ভগাইছে। শৃঙ্গাৰী নায়কক পুনৰ দক্ষিণ, শঠ, ধৃষ্ট আৰু অনুকূল এই চাৰিভাগত দেখুৱাইছে। [দ্ৰষ্টব্য ঃ পৰিশিষ্ট খ (১)]। তাৰ পাছত তেওঁ নায়কৰ পীঠমৰ্দ, বিট, বিদূষক আদি অন্যান্য সহচৰসকলৰ স্বৰূপ আৰু তেওঁলোকৰ উপযোগিতাৰ কথা উল্লেখ কৰিছে। প্ৰতি নায়কৰ লক্ষণো ইয়াত বৰ্ণনা কৰা হৈছে। তাৰ পাছত নায়কৰ গাত থাকিব লগীয়া আঠ প্ৰকাৰ সাত্ত্বিক গুণৰ বিষয়ে উল্লেখ কৰিছে।

তাৰ পাছত নায়িকাৰ সামান্য গুণৰ কথা উনুকিয়াই নায়িকাক স্বকীয়া, পৰকীয়া আৰু সাধাৰণস্ত্ৰী — এই তিনি ভাগত ভাগ কৰিছে। মুঠতে তেওঁ ষোল্ল প্ৰকাৰ নায়িকাৰ কথা বৰ্ণনা কৰিছে। [দ্ৰষ্টব্য ঃ পৰিশিষ্ট খ (২)]। আকৌ অৱস্থাভেদে নায়িকাক তেওঁ স্বাধীন ভৰ্তৃকা আদি আঠভাগত ভগাইছে। [দ্ৰষ্টব্য ঃ পৰিশিষ্ট খ (৩)]। তাৰ পাছত নায়িকাৰ দাসী, সখী আদি সহায়িকাবিলাকৰ বৰ্ণনা কৰি হাৱ, ভাৱ হেলা আদি নায়িকাৰ শাৰীৰিক, অথত্নজ আৰু স্বভাৱজ ২০ প্ৰকাৰ অলঙ্কাৰৰ বিষয়ে কৈছে।

তাৰ পাছত কৈশিকী, সাত্ত্বতী, আৰভটী আৰু ভাৰতী– এই চাৰিবিধ নাট্যবৃত্তিৰ কথা নিৰ্দেশ কৰি ভাৰতী বৃত্তিৰ বাদে বাকী কেইটা বৃত্তিৰ লক্ষণ আৰু স্বৰূপ বৰ্ণনা কৰিছে। শেষত নাট্য পাত্ৰই প্ৰয়োগ কৰিব লগীয়া ভাষা আৰু পৰস্পৰৰ সম্বোধন আদিৰ উল্লেখেৰে দ্বিতীয় প্ৰকাশ সামৰণি মাৰিছে।

**তৃতীয় প্ৰকাশ ঃ** তৃতীয় প্ৰকাশত দহ বিধ ৰূপকৰ স্বৰূপ আৰু লক্ষণৰ বৰ্ণনা আছে। এই দহ বিধ ৰূপকৰ ভিতৰত নাটক প্ৰধান। সেই বাবে তাৰ লক্ষণেই প্ৰথমে নিৰ্ণয় কৰিছে আৰু বাকীবিলাকৰ প্ৰসঙ্গত মূল সূত্ৰটো আগ বঢ়াই বাকীখিনি নাটকৰ নিচিনা বুলি কৈছে। পূৰ্বৰঙ্গৰ পাছত সূত্ৰধাৰ গুচি গ'লে স্থাপক নামৰ অন্য এজনে নাটকৰ উপস্থাপন কৰিব লাগে বুলি ধনঞ্জয়ে মত দাঙি



ধৰিছে। কাহিনী ভাগ দিব্য হ'লে, স্থাপকে দিব্য ৰূপত, মৰ্ত্য হ'লে মৰ্ত্য ৰূপত আৰু মিশ্ৰ হ'লে যিকোনো ৰূপত স্থাপকে ইয়াক উপস্থাপন কৰিব পাৰিব বুলি তেওঁ কৈছে। উল্লেখযোগ্য যে কাৰিকাত নান্দীৰ বিষয়ে বেলেগে একো লিখা নাই। তাৰ পাছত ভাৰতী বৃত্তি আৰু প্ৰস্থাৱনাৰ বিষয়ে কৈ কথোদ্ঘাত, প্ৰবৃত্তিক আৰু প্ৰয়োগাতিশয় আৰু বীথীৰ তেৰটা অঙ্গও প্ৰস্তাৱনাৰে অঙ্গ বুলি কৈ সেইবিলাকৰ সূত্ৰ আগ বঢ়াইছে। প্ৰস্তাৱনাৰ অন্তত আধিকাৰিক কাহিনী ভাগৰ ধীৰোদাত্ত আদি নায়কক অনৌচিত্য পৰিহাৰ কৰি ঔচিত্যৰ সমাৱেশেৰে উপস্থাপন কৰিব লাগে বুলি কৈছে। ৰসৰ ক্ষেত্ৰত নাটকত বীৰ বা শৃঙ্গাৰৰসেই মুখ্য আৰু বাকীবিলাক গৌণ হ'ব লাগে বুলি কৈ নিৰ্ব্বহণসন্ধিত অদ্ভুত ৰসৰ সমাৱেশ ঘটাব লাগে বুলি উল্লেখ কৰিছে। তাৰ পাছত মঞ্চত প্ৰদৰ্শন নকৰিবলগীয়া বিষয়বিলাকৰ বিষয়ে কৈছে।

উল্লেখযোগ্য যে প্ৰকৰণৰ বিশ্লেষণৰ পাছতে ধনঞ্জয়ে নাটিকাৰ (উপৰূপকৰ প্ৰধান ভাগ) বিষয়েও আলোচনা কৰিছে, যদিও গ্ৰন্থখনৰ নামকৰণৰ বিপৰীত যেন লাগে। কিছুলোকে উত্থাপন কৰা প্ৰকৰণিকা নামৰ স্বতন্ত্ৰ ৰূপক এবিধক নিষেধ কৰিবলৈকে তেওঁ নাটিকাৰ লক্ষণ সমূহ দাঙি ধৰিছে আৰু কৈছে যে প্ৰকৰিণকা নাটিকাৰ পৰা ভিন্ন নহয়।

তাৰ পাছত অন্যান্য ৰূপকবিলাকৰ প্ৰত্যেকৰে সুকীয়া সুকীয়া সূত্ৰ আগ বঢ়াই তৃতীয় প্ৰকাশ শেষ কৰিছে।

**চতুৰ্থ প্ৰকাশ ঃ** বস্তু, নেতা আৰু ৰস – এই সূত্ৰ অনুসৰি তৃতীয় প্ৰকাশতেই ৰসৰ কথা আলোচনা কৰিব লাগিছিল যদিও ৰসৰ স্বৰূপ বৰ্ণনা বিস্তৃত হোৱা বাবে চতুৰ্থ প্ৰকাশতহে এই বিষয়ে উল্লেখ কৰিছে। প্ৰথমে তেওঁ ৰসৰ লক্ষণৰ কথা কৈছে। তাৰ পাছত সেই ৰসৰ সাধনৰূপ বিভাৱৰ কথা কৈ তাক আলম্বন আৰু উদ্দীপনা ভেদে দুভাগত ভাগ কৰিছে। স্থায়ীভাৱৰ পাছত অহা শাৰীৰিক বিকাৰ যাৰ নাম অনুভাৱ বুলি কোৱা হৈছে, সেইবিলাকৰ বৰ্ণনা কৰাৰ পাছত আঠ বিধ সাত্ত্বিকভাৱৰ সূত্ৰ বিশ্লেষণ সহ আগ বঢ়াইছে। ৩৩ প্ৰকাৰৰ ব্যভিচাৰীভাৱৰো প্ৰত্যেকৰে বেলেগ বেলেগ ব্যাখ্যা দাঙি ধৰিছে। তাৰ পাছত ধনঞ্জয়ে স্থায়ীভাৱৰ সূত্ৰ আগবঢ়াই কৈছে যে চিত্তস্থিতভাৱেই হ'ল স্থায়ীভাৱ যি বিৰোধী বা অবিৰোধী ভাৱৰ দ্বাৰা বিছিন্ন নহয় আৰু লুণীয়া সাগৰে সকলো প্ৰকাৰৰ (ৰসযুক্ত) পানীক লুণীয়া কৰি লোৱাৰ দৰে অন্যান্য ভাৱক নিজৰ কৰি লয়। আঠ প্ৰকাৰ স্থায়ীভাৱৰ উল্লেখ কৰি তাৰ পৰা অদ্ভুত আঠ প্ৰকাৰ ৰসৰ বৰ্ণনা দিছে। শম নামক স্থায়ীভাৱৰ পৰা অহা শান্তৰসৰ সম্পৰ্কত তেওঁ মন্তব্য দিছে যে শমে কৰ্মৰ নিবৃত্তি সূচায় আৰু

ফলত নাট্যত ইয়াৰ পৰিপুষ্টি নহয় । গতিকে নাটকত শান্তৰসৰ প্ৰয়োগ হ'ব নোৱাৰে । প্ৰসঙ্গতঃ ৰসৰ ব্যঙ্গ্যত্ব সম্বন্ধে ধ্বনিবাদীসকলে কৰা সিদ্ধান্ত তেওঁ খণ্ডন কৰিছে আৰু কৈছে যে ৰসৰ ব্যঞ্জনা, নহয় তাৎপৰ্যবৃত্তিৰ সহায়তে ৰসোপলব্ধি হয় ।

ৰসৰ ভেদ সম্পৰ্কত ধনঞ্জয়ে শৃঙ্গাৰ, বীৰ, বীভৎস আৰু ৰৌদ্ৰ – এই কেইটাক প্ৰধান ৰস বুলি মানি লৈ বিকাস, বিস্তাৰ, ক্ষোভ আৰু বিক্ষেপ – চিত্তৰ এই চাৰি অৱস্থাৰ লগত সম্বন্ধ দেখুৱাইছে । বাকী চাৰিটা ৰস এই চাৰি ৰসৰ লগত জড়িত বুলি কৈছে । অন্য আচাৰ্যসকলে স্বীকাৰ কৰা প্ৰীতি, ভক্তি আদি ভাব তথা ৰসক এওঁ হৰ্ষ, উৎসাহ আদিৰ অন্তৰ্গত বুলি কৈছে । নাট্যশাস্ত্ৰোক্ত নাট্যলক্ষণ আৰু সন্ধ্যন্তবিলাকো হৰ্ষ আদি ভাৱৰে অন্তৰ্ভুক্ত বুলি বৰ্ণনা কৰি গ্ৰন্থৰ সামৰণি মাৰিছে ।

সন্দৰ্ভ গ্ৰন্থ –

১। দশৰূপকম্ – লোকমণি দাহাল
চৌখাম্বা অমৰভাৰতী প্ৰকাশন বাৰানসী
প্ৰথম প্ৰকাশ, ১৯৮৭
২। হিন্দী দশৰূপক – ডাঃ সুধাকৰ মালৱীয়
কৃষ্ণদাস অকাদমী, বাৰানসী
দ্বিতীয় সংস্কৰণ, ১৯৯৫
৩। The Dasarupa, A treatise on Hindu Dramaturgy.
-- George C. O. Haas.
Motilal Banarsidass, Delhi
First Edition, 1962
৪। Ancient India -- R.C. Majumdar
Motilal Banasidass
Delhi. Reprint. 1987
৫। Natyasastra of Bharatamuni -- Dr. R.S. Nagar
(I to IV). Parimal Publications
Delhi - 2nd Edition - 1988
৬। History of Sanskrit Poetics -- P.V. Kane
Motilal Banarsidass, Delhi
Third Revised Edition, 1961
৭। History of Sanskrit Poeties -- Sushil Kumar De
Firua K. L. Mukhopadhyay
Calcutta Second Revised Edition 1960



# প্ৰথম প্ৰকাশ

ূল – নমস্তস্মৈ গণেশায় য়ৎকণ্ঠঃ পুষ্কৰায়তে ।
মদাভোগঘনধ্বনো নীলকণ্ঠস্য তাণ্ডৱে ॥ ১ ॥

ুবাদ – নীলকণ্ঠৰ (মহাদেৱৰ) তাণ্ডৱ নৃত্যত যি গণেশৰ মদপৰিপূৰ্ণ গম্ভীৰ নিযুক্ত কণ্ঠই মৃদঙ্গৰ কাম কৰে, সেই গণেশক নমস্কাৰ জনাওঁ ।
চৰাচৰৰ দৰে গ্ৰন্থকাৰে নিজৰ অভীষ্ট দুজন দেৱতাৰ অৰ্চনাৰে গ্ৰন্থৰ আৰম্ভণি ৰিছে । প্ৰথম শ্লোকত গণেশ আৰু দ্বিতীয় শ্লোকত বিষ্ণুৰ আৰধনা কৰিছে ।
মহাদেৱৰ তাণ্ডৱ নৃত্যত গণেশৰ গম্ভীৰ ধ্বনিয়ে পুষ্কৰ মৃদঙ্গৰ কাম সামধা ৰিছে । শ্লোকৰ তৃতীয় চৰণৰ 'ঘন' শব্দই শ্লেষ হৈ দুটা অৰ্থ প্ৰকাশ কৰিছে । তিয়া সমগ্ৰ শ্লোকটোৰ অৰ্থ হ'ব এই — নীলকণ্ঠ অৰ্থাৎ ময়ূৰৰ উদ্ধত নৃত্যত নেকৈ মেঘৰ ধ্বনিয়ে মৃদঙ্গৰ কাম কৰিছে তেনেকৈ মহাদেৱৰ তাণ্ডৱ নৃত্যত ণেশৰ গম্ভীৰ ধ্বনিয়ে মৃদঙ্গৰ কাম কৰিছে ।]

মূল – দশৰূপনুকাৰেণ য়স্য মাদ্যন্তি ভাৱকা ঃ ।
নমঃ সৰ্ৱৱিদে তস্মৈ ৱিষ্ণৱে ভৰতায় চ ॥ ২ ॥

অনুবাদ – দশৰূপৰ ধাৰণেৰে ভক্তসকলক আনন্দিত কৰা সৰ্বজ্ঞাতা বিষ্ণুক মস্কাৰ জনাওঁ আৰু (নাটকাদি) দশৰূপকেৰে ৰসিকসকলক আনন্দ দিয়া ৰ্ববিদ্যাৱিদ ভৰতকো নমস্কাৰ জনাওঁ ।
[শ্লোকৰ প্ৰথম শাৰীত শ্লেষৰবাবে দুটা অৰ্থ পোৱা যায় । প্ৰথমটোৱে দশৰূপত আবিৰ্ভাৱ হোৱা বিষ্ণুক বুজাইছে । দ্বিতীয়টোৱে দশৰূপকৰ নিৰ্মাতা ভৰতক বুজাইছে ।]

মূল – কস্যচিদেৱ কদাচিদ্দয়য়া বিষয়ং সৰস্বতী ৱিদুষঃ ।
ঘটয়তি কমপি তমন্যো ব্ৰজতি জনো য়েন ৱৈদগ্ধীম্ ॥ ৩ ॥

অনুবাদ – বাগ্দেৱীয়ে দয়াপূৰ্বক কোনোবা এজনক (কৱিক) কেতিয়াবা কোনো বিষয় (কাব্য) প্ৰদান কৰে যাৰ পৰা অন্যান্য লোকে (পাঠকগণে) বিদগ্ধতা (নিপুণতা) লাভ কৰে ।
[ধনঞ্জয়ৰ মতে ৰচনাকৌশল আৰু কৱিত্বশক্তি সৰস্বতীৰ অনুকম্পাতহে সম্ভৱ ।

কিন্তু সেই কৱিৰ সৃষ্টিৰ পৰা অন্য সাধাৰণ লোকেও নিপুণভাৱে ৰসাস্বাদ কৰি আনন্দ লাভ কৰিব পাৰে ।]

মূল — উদ্ধৃত্যোদ্ধৃত্য সাৰং য়মখিলনিগমান্নাট্যৱেদং ৱিৰিঞ্চি
শ্চক্রে যস্য প্রয়োগংমুনিৰপি ভৰতস্তাণ্ডৱং নীলকণ্ঠঃ ।
শৰ্ব্বাণী লাস্যমস্য প্রতিপদমপৰং লক্ষ্ম কঃ কর্তুমীষ্টে
নাট্যানাং কিন্তু কিঞ্চিৎপ্রগুণৰচনয়া লক্ষণং সংক্ষিপামি ॥ ৪ ॥

অনুবাদ — বিৰিঞ্চিয়ে (ব্ৰহ্মাই) সকলো বেদৰ পৰা সাৰ অংশ গ্ৰহণ কৰি নাট্যৱেদ ৰচনা কৰিলে । তাতে ভৰত মুনিয়ে অভিনয়, নীলকণ্ঠই তাণ্ডৱ আৰু পাৰ্বতীয়ে লাস্য নৃত্ত সংযোগ কৰিলে । সেই নাট্যবেদৰ সম্পূৰ্ণ লক্ষণ কোনে নিৰূপণ কৰিব পাৰে ? তথাপি তাৰ এটা অঙ্গৰ (দশৰূপকৰ) লক্ষণ উৎকৃষ্ট ৰচনাৰ দ্বাৰা সংক্ষেপে উল্লেখ কৰিম ।
[ইয়াত ধনঞ্জয়ে নাটকৰ উৎপত্তি সম্পৰ্কে প্ৰাচীন পৰম্পৰাকে মানি লৈ কৈছে যে বন্ধাই ঋগ্বেদৰ পৰা পাঠ্য, সামবেদৰ পৰা গীত, যজুৰ্বেদৰ পৰা অভিনয় আৰু অথৰ্ববেদৰ পৰা ৰস গ্ৰহণ কৰি নাট্যবেদ ৰচনা কৰিলে । ভৰত মুনিয়ে ইয়াত অভিনয় অৰ্থাৎ কৰণ (হাতভৰিৰ ক্ৰমিক চালনা) আৰু অঙ্গহাৰ (কলাত্মকভাৱে অঙ্গবিলাকৰ চালনা) যোগ দিলে । শিৱ আৰু পাৰ্বতীয়ে ক্ৰমে তাণ্ডৱ আৰু লাস্য নৃত্তৰ সংযোজন কৰিলে ।
ইয়াত সৃষ্টিকৰ্তা ব্ৰহ্মা, আচাৰ্য ভৰত, ভগৱান শিৱ আৰু পাৰ্বতীৰ একে লগে স্মৰণ কৰা হৈছে বাবে ই স্মৰণাত্মক মঙ্গল হৈছে ।]

মূল — ৱ্যাকীৰ্ণে মন্দবুদ্ধীনাং জায়তে মতিৱিভ্ৰমঃ ।
তস্যাৰ্থস্তৎপদৈস্তেন সংক্ষিপ্য ক্ৰিয়তেহঞ্জসা ॥ ৫ ॥

অনুবাদ — (নাট্যবেদ) বিশাল আৰু বিস্তৃত বাবে অল্পবুদ্ধিমান বিলাকৰ বুদ্ধিভ্ৰম হয় । সেইবাবে সেই নাট্যবেদৰ বিষয় সেই সেই শব্দৰ দ্বাৰা সহজ উপায়েৰে সংক্ষেপে ইয়াত কোৱা হৈছে ।
[পূৰ্বাচাৰ্যসকলে প্ৰণয়ন কৰা নাট্য সম্পৰ্কীয় গ্ৰন্থ থকা সত্ত্বেও গ্ৰন্থকাৰে পুনৰ তেনে গ্ৰন্থ প্ৰণয়ন কৰিবলৈ ওলোৱাত পুনৰুক্তি দোষ হ'ব পাৰে । তাক খণ্ডন কৰিবলৈ কৈছে অলপীয়া বুদ্ধিসম্পন্ন লোকৰ বাবে সেইবোৰ গ্ৰন্থ সহজে বোধগম্য নহয় । ফলত সৰলীকৰণ কৰি এই গ্ৰন্থ ৰচনা কৰা হৈছে ।]



মূল — আনন্দনিস্যন্দিষু ৰূপকেষু বুৎপত্তিমাত্ৰং ফলমল্পবুদ্ধিঃ ।
য়োহপীতিহাসাদিৱদাহ সাধুস্তস্মৈ নমঃ স্বাদুপৰাঙ্মুখায় ॥ ৬ ॥

অনুবাদ — আনন্দদানকাৰী ৰূপকক যিসকল মন্দধীলোকে ইতিহাসাদিৰ নিচিনা ব্যুৎপত্তি মাত্ৰ ফল (লৌকিক জ্ঞান সাধন মাত্ৰ) বুলি কয় তেনেকুৱা ৰসাস্বাদনত পৰাংমুখী সাধুজনক নমস্কাৰ !
ভামহে কৈছে "ধৰ্মাৰ্থকামমেক্ষেষু ৱৈচক্ষণং কলাসু চ । কাৰোতি কীৰ্তিং প্ৰীতিঞ্চ সাধুকাৱ্য নিষেৱনম্ ।" — অৰ্থাৎ সাধুকাব্য পঠন-পাঠে ধৰ্ম, অৰ্থ, কাম, মোক্ষ, কলাবিদ্যাত বিচক্ষণতা, কীৰ্তি আৰু প্ৰীতি সাধন কৰে । ধনঞ্জয়ে কাব্য পাঠ আৰু ৰূপকৰ পৰা হোৱা ফলাফলৰ তুলনা কৰি কৈছে যে ৰূপকৰ ফল সৰ্বব্যাপক । ইয়াৰ দ্বাৰা বেদ্যান্তৰ স্পৰ্শশূন্য, পৰমানন্দস্বৰূপ ৰসাস্বাদ লাভ কৰিব পাৰি । ইতিহাস-পুৰাণাদিৰ দৰে ই কেৱল ধৰ্মাৰ্থাদি লৌকিক জ্ঞান প্ৰদানতেই সীমিত নহয় । অলৌকিক আনন্দদায়ী ৰূপকক লৌকিক জ্ঞান তথা কলা আদিত দক্ষতা দিব পাৰে বুলি কোৱাবিলাক একদেশদশীহে । 'নমঃ' শব্দটো ইয়াত ঠাট্টা অৰ্থত ব্যৱহাৰ কৰা হৈছে ।]

মূল - অৱস্থানুকৃতিৰ্নাট্যম্—

অনুবাদ — অৱস্থা বিশেষৰ অনুকৰণেই 'নাট্য' ।
[অৱস্থা হ'ল স্বৰূপ বিশেষৰ দশা । কাব্যত বৰ্ণিত পাত্ৰ-পাত্ৰীৰ সুখ-দুখ আদি অৱস্থা আঙ্গিক-বাচিক-আহাৰ্থ আৰু সাত্ত্বিক — এই চাৰিবিধ অভিনয় যোগে একৰূপতা প্ৰতীতিজনকেই অনুকৰণ আৰু ইয়েই নাট্য । ভৰতে কৈছে — 'যোহয়ং স্বভাৱো লোকস্য নানাৱস্থান্তৰত্মকঃ । সোহঙ্গাদ্যভিনৈয়ৈৰ্য়ুক্তং নাট্য মিত্যভিধীয়তে ।" না. শা. —১৯/১৪৪ (নানা অৱস্থাৰ লোক স্বভাৱ অঙ্গাদি অভিনয় যুক্ত হ'লে নাট্য হয় ।)]

মূল — —————— ৰূপং দৃশ্যতয়োচ্যতে ।

অনুবাদ — দৃশ্যমানতাৰ বাবে 'ৰূপ' বুলি কোৱা হয় ।
[সেই নাট্য দৃশ্যমান হোৱা বাবে 'ৰূপ' নামেৰেও জনাজাত । ৰঙা, নীলা, আদি বৰ্ণযুক্ত বস্তু দৃষ্টিগ্ৰাহ্য হোৱা হেতু 'ৰূপ' বুলি কোৱা হয় । তেনেকৈ ৰঙ্গমঞ্চত অভিনীত নাট্য দৃষ্টিগ্ৰাহ্য হোৱা বাবেই 'ৰূপ' নাম পাইছে ।]

মূল – ৰূপকং তৎসমাৰোপাৎ ——

অনুবাদ – নেটাদি পাত্ৰবিশেষত) আৰোপিত কৰা হয় বাবে 'ৰূপক' বুলিও কোৱা হয় ।

[মুখত চন্দ্ৰত্ব আৰোপ হোৱা বাবে মুখচন্দ্ৰ যেনেকৈ ৰূপকালংকাৰ তেনেকৈ নট আদিত পাত্ৰ-পাত্ৰীৰ অৱস্থা আৰোপিত হোৱা বাবে ইয়াক 'ৰূপক' বোলা হয় ।

মুঠতে নাট্য, ৰূপ আৰু ৰূপক তিনিও একেটাৰে নাম, কেৱল প্ৰবৃত্তি নিমিত্ত ভেদ (একে অৰ্থত প্ৰযুক্ত হ'লেও প্ৰবৃত্তি অনুসৰি ভেদ) পোৱা যায় । অৱস্থাৰ অনুকৰণৰ বাবে 'নাট্য', দৃশ্যমান হোৱা বাবে 'ৰূপ' আৰু অৱস্থাৰ আৰোপৰ বাবে 'ৰূপক' বোলা হৈছে ।]

মূল – —— দশধৈৱ ৰসাশ্ৰয়ম্ ॥ ৭ ॥

অনুবাদ – (সেই ৰূপক) ৰসৰ আশ্ৰয় বিশেষৰ বাবে দহ বিধ ।

[ৰসৰ শুদ্ধ আশ্ৰয়ৰ ফলত নাটককে আদি কৰি দহবিধ প্ৰধান ৰূপক আছে । নাটিকাদি অন্যান্য ভাগবিলাকত ৰসৰ মিশ্ৰন ঘটে বাবে সেইবোৰ প্ৰধান ভাগ নহয় ।]

মূল – নাটকং সপ্ৰকৰণং ভাণঃ প্ৰহসনং ডিমঃ ।
ব্যায়োগসমৱকাৰৌ ৱীথ্যঙ্কেহামৃগা ইতি ॥ ৮ ॥

অনুবাদ – নাটক, প্ৰকৰণ, ভাণ, প্ৰহসন, ডিম, ব্যায়োগ, সমৱকাৰ, বীথি, অঙ্ক আৰু ঈহামৃগ (ৰূপকৰ দহোটা ভেদ) ।

মূল – অন্যদ্ভাৱাশ্ৰয়ং নৃত্যম্ ——

অনুবাদ – ভাৱৰ আশ্ৰয় হেতু নৃত্য (নাট্যৰ পৰা) বেলেগ ।

[ডোম্বী, শ্ৰীগদিত, ভাণ ভাণী, প্ৰস্থান, বাসক, আৰু কাব্য আদি সাত প্ৰকাৰ নৃত্যৰ বিভাগৰ পৰা ভান আদি দহ প্ৰকাৰ ৰূপকৰ ভেদ ইয়াত দেখুওৱা হৈছে ।

ভাৱাশ্ৰিত নৃত্য ৰসাশ্ৰিত নাট্যৰ পৰা বেলেগ । 'নৃত্য' 'নৃতী' ধাতুৰ পৰা উৎপন্ন যাৰ অৰ্থ শৰীৰ সঞ্চালন । নৃতী (নৃতী গাত্ৰৱিক্ষেপে) + ক্যপি = নৃত্যম্ ; + ক্তে = নৃত্তম্, + ল্যুটি = নৰ্তনম্ ; + ণ্বুলি = নৰ্তকঃ + অচি = নৰ্তঃ । শৰীৰৰ অঙ্গ সঞ্চালনেই নৃত্যৰ মূল ক্ৰিয়া । গতিকে ই দৃশ্যমান (প্ৰেক্ষনীয়ক) ই আঙ্গিক অভিনয় প্ৰধান ।



নাট্য 'নট্' ধাতুৰ পৰা উৎপন্ন যাৰ অৰ্থ অৱস্পন্দন অৰ্থাৎ কিঞ্চিৎমাত্ৰ চলন । নট + ষ্যঞি = নাট্যম্ ; + ণ্বুলি = নাটকম্, + অচি = নটঃ ; + ল্যুটি = নটনম্ । নাট্যৰ বিষয়বস্তু ৰস আৰু ৰস বিভাৱ, অনুভৱ, সঞ্চাৰীভাৱৰ দ্বাৰা বাক্যাৰ্থৰ লগত আশ্ৰিত । নাট্যত বাক্যাৰ্থৰ অভিনয় হয়, ভাৱৰ নহয় । গতিকে নাট্য ৰসাশ্ৰিত । ৰসৰ পৰিপুষ্টি প্ৰতি পদে পদে নহয়, বৰং পদৰ সমষ্টিৰূপ বাক্যতহে হয়, কিন্তু ভাৱৰ আশ্ৰয় প্ৰতি পদতেই হয় । নাট্য সাত্ত্বিকপ্ৰধান আনহাতে নৃত্য আঙ্গিক প্ৰধান ।

নাট্য শিল্পীক নট আৰু নৃত্য শিল্পীক নৰ্তক বোলে । নাট্য একাধাৰে শ্ৰব্য আৰু দৃশ্য কিয়নো ই কাব্য । আনহাতে নৃত্য কেৱল দৃশ্য । নাট্যত ৰসে পৰিপুষ্টতা লাভে, নৃত্যত কেৱল ভাৱৰ অভিব্যঞ্জনাহে হয় ।]

মূল – —— নৃত্তং তাললয়াশ্ৰয়ম্ ।

অনুবাদ – নৃত্ত তাল আৰু লয়ৰ ওপৰত আশ্ৰিত ।

[শৰীৰৰ সঞ্চালন একে হ'লেও নৃত্য আৰু নৃত্তৰ মাজত প্ৰভেদ আছে । তাল-লয়াশ্ৰিত অভিনয় শূন্য অঙ্গ বিক্ষেপকেই নৃত্য কোৱা হয় । তাল হ'ল কাল আৰু ক্ৰিয়াৰ মাপক শব্দ । লয় হ'ল শীঘ্ৰতা বা মন্দতা নিয়ামক শব্দ । নৃত্ত গান, বাদ্য আদিৰ দ্বাৰা মনোৰঞ্জক আৰু নাট্যৰ শোভাবৰ্ধক বস্তুবিশেষ, ৰস বা ভাৱৰ লগত ইয়াৰ সম্পৰ্ক নাইকিয়া । নৃত্য পদাৰ্থৰ অভিনয়ৰ দ্বাৰা নাট্যৰ উপকাৰক বস্তু বিশেষ । নৃত্যত পদাৰ্থৰ অভিনয় মুখ্য বস্তু, কিন্তু নৃত্তত শৰীৰৰ সঞ্চালনহে মুখ্য, অভিনয় নহয় । নৃত্যৰ আধাৰ ভাৱ, নৃত্তৰ তাল আৰু লয় আৰু নাট্যৰ আধাৰ ৰস — নৃত্যং ভাৱাশ্ৰয়ম্, নৃত্তং তাল লয়াশ্ৰয়ম্ আৰু নাট্যং ৰসাশ্ৰয়ম্ ।]

মূল – আদ্যং পদাৰ্থাভিনয়ো মাৰ্গো দেশী তথা পৰম্ ॥ ৯ ॥

অনুবাদ – পদাৰ্থৰ অভিনয়ৰূপ প্ৰথম বিধক (নৃত্যক) 'মাৰ্গ' আৰু দ্বিতীয় বিধক (নৃত্ত) 'দেশী' বোলা হয় ।

[নৃত্যত শাস্ত্ৰীয় পদ্ধতি অনুসৰি পদাৰ্থৰ অভিনয় আৰু অঙ্গ সঞ্চালন হয় বাবে তাক 'মাৰ্গ' আৰু নৃত্তত কেৱল তাল লয়ৰ আধাৰভূত শৰীৰ সঞ্চালন হোৱা বাবে 'দেশী' বোলা হৈছে ।]

মূল – মধুৰোদ্ধতভেদেন তদ্ দ্বয়ং দ্বিৱিধং পুনঃ ।
লাস্যতাণ্ডৱৰূপণ নাটকাদ্যুপকাৰকম্ ॥ ১০ ॥

অনুবাদ – মধুৰ আৰু উদ্ধত ভেদে এই দুয়োবিধ ( নৃত্য আৰু নৃত্ত ) পুনৰ দুবিধ, লাস্য আৰু তাণ্ডৱ ৰূপ (জনাজাত) এইবিলাক নাটকাদিৰ উপকাৰক ।
[নৃত্য দুবিধ – ১। মধুৰ বা লাস্য নৃত্য আৰু ২। উদ্ধত বা তাণ্ডৱ নৃত্য । আৰু তেনেকৈ নৃত্তও দুবিধ — ১। মধুৰ বা লাস্য নৃত্ত আৰু ২। উদ্ধত বা তাণ্ডৱ নৃত্য ।]

মূল – বস্তু নেতা ৰসস্তেষাং ভেদক ঃ —

অনুবাদ – বস্তু, নেতা আৰু ৰসৰ ফালৰ পৰা এইবিলাকক (ৰূপকক) ভেদ কৰা হৈছে ।
[বস্তু হ'ল ইতিবৃত্ত বা নাট্য শৰীৰ, নেতা হ'ল নায়ক আৰু ৰস হ'ল শৃঙ্গাৰাদি ৰস । এই তিনি বিধৰ স্বৰূপ বা ভেদ অনুসৰি ৰূপকবিলাকক দহটা ভাগত ভগোৱা হৈছে ।]

মূল – বস্তু চ দ্বিধা ।
তত্ৰাধিকাৰিকং মুখ্যমঙ্গং প্ৰাসঙ্গিকং ৱিদু ঃ ॥ ১১ ॥

অনুবাদ – বস্তু হ'ল দুবিধ । তাৰে মুখ্যটো হ'ল আধিকাৰিক আৰু অঙ্গটো হৈছে প্ৰাসঙ্গিক ।
[মূল ইতিবৃত্ত বা কথা বস্তুটো হ'ল 'আধিকাৰিক' আৰু অঙ্গসদৃশবিলাকক কোৱা হৈছে 'প্ৰাসঙ্গিক' । ৰামায়ণৰ ৰামসীতাৰ কাহিনী 'আধিকাৰিক' আৰু সুগ্ৰীৱাদিৰ কথাবস্তু হ'ল 'প্ৰাসঙ্গিক' ।]

মূল – অধিকাৰঃ ফালস্বাম্যমধিকাৰী চ তৎপ্ৰভু ঃ ।
তন্নিৰ্ৱৰ্ত্যমভিব্যাপি ৱৃত্তং স্যাদাধিকাৰিকম্ ॥১২॥

অনুবাদ – ফলৰ স্বামিত্ব হ'ল অধিকাৰ; ফলৰ স্বামীয়েই হ'ল অধিকাৰী, ফলপ্ৰাপ্তি পৰ্যন্ত তেওঁৰ দ্বাৰা সম্পাদিত (নিৰ্বৃত্ত) কথাভাগকে 'আধিকাৰিক' বোলে ।
[অভিব্যাপি হ'ল ফলপ্ৰাপ্তি পৰ্যন্ত ব্যাপ্ত কথা ভাগ । অধিকাৰী বা স্বামীৰ ইমান দূৰ পৰ্যন্ত কাহিনী ভাগেই হ'ল 'আধিকাৰিক' । ৰামায়ণত অধিকাৰী ৰামৰ ৰাৱণবধ, সীতাপ্ৰাপ্তি তথা ৰাজ্যাৰোহণ পৰ্যন্ত বিস্তৃত কথা বস্তুৱেই 'আধিকাৰিক' ইতিবৃত্ত।]

মূল – প্ৰাসঙ্গিকং পৰাৰ্থস্য স্বাৰ্থো য়স্য প্ৰসঙ্গতঃ ।

অনুবাদ – (যি ইতিবৃত্তই) প্ৰধান কথাবস্তুৰ প্ৰয়োজন পূৰণ কৰি প্ৰসঙ্গক্ৰমেহে নিজৰ প্ৰয়োজন সিদ্ধ কৰে তাকে প্ৰাসঙ্গিক ইতিবৃত্ত বোলা হয় ।



মূল – সানুবন্ধং পতাকাখ্যং প্ৰকৰী চ প্ৰদেশভাক্ ॥ ১৩ ॥

অনুবাদ – (ই দুবিধ) সানুবন্ধ অৰ্থাৎ আধিকাৰিক বৃত্তৰ সৈতে বহুদূৰ গামী বৃত্ত পতাকা আৰু একদেশগামী অৰ্থাৎ ক্ষণমাত্ৰগামী বৃত্ত প্ৰকৰী ।
[প্ৰাসঙ্গিক বৃত্ত দুবিধ – ১। পতাকা আৰু ২। প্ৰকৰী । আধিকাৰিক বৃত্তৰ লগে লগে অন্তিম পৰ্যন্ত অনুবৰ্ত্তন কৰাই অনুবন্ধ । এই বৃত্তই হ'ল পতাকা । ৰামায়ণৰ সুগ্ৰীৱৰ কাহিনীটো হ'ল পতাকা ।
একদেশ অৰ্থাৎ ক্ষণমাত্ৰ অনুবৰ্তী কাহিনী প্ৰকৰী যেনে — ৰামায়ণৰ শবৰীৰ উপাখ্যান । মুঠ কথা পতাকা মূল বৃত্তৰ সমান্তৰালভাৱে বহু দূৰ পৰ্যন্ত বিস্তৃত । মূলৰ স্বাৰ্থ ৰক্ষাৰ লগতে নিজৰো স্বাৰ্থ সিদ্ধি হয় । প্ৰকৰী অল্পকাল ব্যাপী স্বাৰ্থ সাধনকাৰী আৰু মূলৰ স্বাৰ্থ সাধন নকৰিবও পাৰে ।]

মূল – প্ৰস্তুতাগন্তভাৱস্য ৱস্তুনোহন্যোক্তিসূচকম্ ।
পতাকাস্থানকং তুল্যসংৱিধানৱিশেষণম্ ॥ ১৪ ॥

অনুবাদ – প্ৰস্তুত (প্ৰসঙ্গপ্ৰাপ্ত) ভাৱী কথাবস্তু অন্যোক্তিৰ দ্বাৰা সূচনা কৰাকে 'পতাকাস্থান' বোলে । কেতিয়াবা সমান ইতিবৃত্ত (সংবিধান) আৰু কেতিয়াবা সমান বিশেষণৰ দ্বাৰা সূচিত কৰা হয় ।
[যি কথাৰ প্ৰকৰণ চলি আছে, তাৰ অদূৰ ভৱিষ্যতত ঘটিব লগা ঘটনাৰ সূচনা যাৰ পৰা পোৱা যায় তাকে 'পতাকাস্থান' বোলা হয় । ভৱিষ্যতৰ ঘটনাৱলীৰ সংকেতসূচক উক্তিয়েই 'পতাকাস্থান' । ই দুবিধ – ১। সমান ইতিবৃত্ত আৰু ২। সমান বিশেষণৰ দ্বাৰা সূচিত । ধনিকে বৃত্তিত দুয়োবিধৰে উদাহৰণ 'ৰত্নাৱলী'ৰ পৰা (৩/৬ আৰু ২/৪) দিছে ।]

মূল – প্ৰখ্যাতোৎপাদ্যমিশ্ৰত্বভেদাৎ ত্ৰেধাপি তৎত্ৰিধা ।
প্ৰখ্যাতমিতিহাসাদেৰুৎপাদ্যং কৱিকল্পিতম্ ॥ ১৫
মিশ্ৰং চ সঙ্কৰাৎ তাভ্যাং দিৱ্যমৰ্ত্যাদিভদতঃ ।

অনুবাদ – এই তিনিও ভাগৰে প্ৰখ্যাত, উৎপাদ্য আৰু মিশ্ৰ ভেদেৰে তিনি ভাগত বিভক্ত । প্ৰখ্যাত ইতিবৃত্ত ইতিহাসাদিৰ পৰা গৃহীত, উৎপাদ্য হ'ল কৱিকল্পিত আৰু দুয়োৰে সংমিশ্ৰণ হ'ল মিশ্ৰকাহিনী । ইহঁতৰ প্ৰত্যেককে দিব্য আৰু মৰ্ত্য আদি ভাগত ভগোৱা হৈছে ।
[আধিকাৰিক, পতাকাপ্ৰাসঙ্গিক প্ৰকৰী প্ৰাসঙ্গিক বস্তু প্ৰত্যেকৰে তিনি প্ৰকাৰৰ -

- প্ৰখ্যাত, উৎপাদ্য আৰু মিশ্ৰ । প্ৰখ্যাত কথাবস্তু হ'ল ইতিহাসাদিৰ পৰা গ্ৰহণ (যেনে কৃষ্ণকথা); কৱিকল্পনাৰ দ্বাৰা ৰচিত বৃত্ত হ'ল উৎপাদ্য (যেনে মালতীমাধৱ), আৰু দুয়োটাৰে সংমিশ্ৰণত হোৱা কথাবস্তু ভাগক মিশ্ৰ বোলা হয় (যেনে অভিজ্ঞানশকুন্তল) । এইদৰে ন প্ৰকাৰৰ কথাবস্তুক পুনৰ দিৱ্য, মৰ্ত্য আৰু দিব্যাদিৱ্য এই তিনিভাগত ভাগ কৰিছে । কাৰিকাৰ 'আদি' পদে 'দিৱ্যাদিৱ্য' বুজাইছে । এনেকৈ কথাবস্তুৰ অনন্ত বিভাগ পোৱা যায় ।]

মূল — কাৰ্য়ং ত্ৰিৱৰ্গস্তচ্ছুদ্ধমেকানেকানুবন্ধি চ ॥ ১৬ ॥

অনুবাদ — (এই ইতিবৃত্তৰ) কাৰ্য বা ফল হ'ল ত্ৰিবৰ্গৰ (ধৰ্ম, অৰ্থ আৰু কাম) সাধন । ই কেতিয়াবা শুদ্ধ, কেতিয়াবা একানুগত আৰু কেতিয়াবা অনেকানুগত হয় ।

[ধৰ্ম, অৰ্থ আৰু কাম — এই ত্ৰিবৰ্গৰ সাধনেই হৈছে ইতিবৃত্তৰ ফল । এই ফল কেতিয়াবা শুদ্ধ অৰ্থাৎ ত্ৰিবৰ্গৰ এবিধ, কেতিয়াবা এবিধৰ লগত আন এবিধৰ অন্বয় হৈ (যেনে অৰ্থৰ লগত ধৰ্ম), তথা দুবিধ ফলৰ লগত আন এবিধৰ অন্বয় হৈ (যেনে অৰ্থ আৰু ধৰ্মৰ লগত কাম), আৰু কেতিয়াবা তিনিও অন্বিত হৈ লাভ কৰা যায় । ফলত ফল তিনি প্ৰকাৰৰ — ১। একানুবন্ধী (শুদ্ধ), ২। দ্বয়নুবন্ধী আৰু ৩। ত্ৰ্যনুবন্ধী ।]

মূল — স্বল্পোদ্দিষ্টস্তু তদ্ধেতুৰ্বীজং ৱিস্তাৰ্যনেবাধা ।

অনুবাদ — (ৰূপকৰ আৰম্ভণিতে) অলপমাত্ৰ সঙ্কেত কৰি পাছত বিস্তাৰ লাভ কৰাকে বীজ বোলা হয় ।

[যেনেকৈ উপযুক্ত পৰিৱেশত বীজে বিস্তাৰ লাভ কৰি পত্ৰ-পুষ্প, শাখা-প্ৰশাখা যুক্ত প্ৰকাণ্ড বৃক্ষলৈ ৰূপান্তৰিত হয়, তেনেকৈ ৰূপকৰ আৰম্ভণিতে অলপ মাত্ৰ সংকেত কৰা কাৰ্যসাধন স্বৰূপ (ফলদায়ক) হেতু বিশেষক বীজ বোলে । বৃত্তিকাৰে বীজৰ উদাহৰণ 'ৰত্নাৱলী' আৰু 'ৱেণীসংহাৰ'ৰ পৰা দেখুৱাইছে । প্ৰথমখনত যৌগন্ধৰায়ণৰ দৈৱ অনুকুল হ'লে সকলো অভীষ্ট সিদ্ধ হয় বোলা উক্তিটো তাৰ বীজ, যি ৰত্নাৱলী আৰু উদয়নৰ মিলনৰূপ ফলপ্ৰাপ্তিৰ কথা সূচনা কৰিছে । 'ৱেণীসংহাৰ'ত দ্ৰৌপদীৰ চুলি বান্ধোন নাটকৰ ফল । ভীমৰ খঙেৰে পৰিপুষ্ট যুধিষ্ঠিৰৰ উৎসাহেই ইয়াৰ বীজ ।]

মূল — অৱান্তৰাৰ্থৱিচ্ছেদে বিন্দুৰচ্ছেদকাৰণম্ ॥ ১৭ ॥



অনুবাদ — (কথাবস্তুৰ) অভ্যন্তৰ ভাগৰ বিচ্ছেদত সংযোগ সাধন কৰাকে বিন্দু বোলে ।

[কথাবস্তুৰ সংযোগ বিচ্ছিন্ন হ'লে বিন্দুৱে পুনৰ সংযোগ সাধন কৰি নাটকীয় কাহিনী ভাগৰ অগ্ৰগতি সাধন কৰে । 'ৰত্নাৱলী' নাটিকাৰ প্ৰথম অঙ্কত দেখুওৱা কামদেৱ পূজাৰ পাছতে প্ৰধান কাহিনী ভাগৰ গতি বন্ধ হৈ পৰিছে । কিন্তু সাগৰিকাই (ৰত্নাৱলীয়ে) উদয়নৰ নামটো শুনাৰ লগে লগে 'পিতৃয়ে মোক সমৰ্পণ কৰা উদয়ন এইজনেই নেকি ?' বোলা কথাষাৰে বিছিন্ন কথাবস্তুক পুনৰ সংলগ্ন কৰিছে । গতিকে ই বিন্দু ।]

মূল — বীজবিন্দুপতাকাখ্য প্ৰকাৰীকাৰ্য়লক্ষণাঃ ।
অৰ্থপ্ৰকৃতয়ঃ পঞ্চ তা এতাঃ পৰিকীৰ্ত্তিতাঃ ॥ ১৮ ॥

অনুবাদ — (প্ৰয়োজন সিদ্ধিৰ কাৰণ স্বৰূপ) পাঁচ অৰ্থপ্ৰকৃতি বীজ, বিন্দু, পতাকা আৰু কাৰ্যৰ স্বৰূপ কোৱা হ'ল ।

মূল — অৱস্থাঃ পঞ্চ কাৰ্য়স্য প্ৰাৰব্ধস্য ফলাৰ্থিভিঃ ।
আৰম্ভয়ত্ন প্ৰাপ্ত্যাশানিয়তাপ্তিফলাগমাঃ ॥ ১৯ ॥

অনুবাদ — ফলাকাংক্ষিজনৰ বাবে আৰম্ভ কৰা কামৰ অৱস্থা পাঁচ প্ৰকাৰৰ — আৰম্ভ, যত্ন, প্ৰাপ্ত্যাশা, নিয়তাপ্তি আৰু ফলাগম ।

[পাশ্চাত্য নাটকৰ Action, Reaction, climax, Anticlimax আৰু conclusion ৰ সতে এই পাঁচ প্ৰকাৰৰ কাৰ্যাৱস্থাৰ মিল দেখা যায় । আৰম্ভ হ'ল কাৰ্যৰ উপক্ৰম, যত্ন প্ৰাপ্তিৰ বাবে প্ৰযত্ন, প্ৰাপ্ত্যাশা প্ৰাপ্তিৰ উপলব্ধিত আশংকা, নিয়তাপ্তি প্ৰাপ্তিৰ নিশ্চয়তা আৰু ফলাগম হ'ল ফলোদয় ।

মূল — ঔৎসুক্যমাত্ৰমাৰম্ভঃ ফললাভায় ভূয়সে ।

অনুবাদ — বাঞ্চিত ফলপ্ৰাপ্তিৰ বাবে উৎকণ্ঠাই হ'ল আৰম্ভ ।

[ফললাভৰ বাবে মানসিক উৎকণ্ঠা বা উৎসুকতাই হ'ল 'আৰম্ভ' । কাৰ্যৰ প্ৰতি ইচ্ছাকে 'আৰম্ভ' বুলি ক'ব পাৰি । ই মানসিক, শাৰীৰিক নহয় । 'অভিজ্ঞানশকুন্তল' নাটকত শকুন্তলা বিবাহযোগ্যা ক্ষত্ৰিয় কন্যা বোলা দুষ্যন্তৰ মানসিক বোধ বা জ্ঞানেই শকুন্তলা লাভৰূপ সমগ্ৰ কাৰ্যৰ আৰম্ভ । 'ৰত্নাৱলী'ত উদয়নৰ ৰাজ হাউলীত ৰত্নাৱলীক অৰ্পণৰূপ প্ৰধান সচিৱ যৌগন্ধৰায়ণৰ মানসিক উৎসুকতাই হ'ল আৰম্ভ ।]

মূল – প্ৰয়ত্নস্তু তদপ্ৰাপ্তৌ ব্যাপাৰোঽতিত্বৰান্বিতঃ ॥ ২০ ॥

অনুবাদ – অপ্ৰাপ্ত ফল প্ৰাপ্তিৰ বাবে ত্বৰান্বিত চেষ্টা বিশেষেই প্ৰযত্ন ।
['প্ৰযত্ন' বহুলাংশে শাৰীৰিক ব্যাপাৰ । আকাংক্ষিত বস্তু নোপোৱাত সেই বস্তু পাবৰ বাবে দ্ৰুততৰ চেষ্টাই হৈছে 'প্ৰযত্ন' । 'ৰত্নাৱলী'ত নায়িকা সাগৰিকাই নায়ক উদয়নৰ লগত মিলনৰ অন্য উপায় নাপাই চিত্ৰাঙ্কনেৰে পাব বিচাৰিছে । ইয়েই 'প্ৰযত্ন' ।]

মূল – উপায়াপায়শঙ্কভ্যাং প্ৰাপ্ত্যাশা প্ৰাপ্তিসম্ভৱঃ ।

অনুবাদ – উপায় আৰু অপায়ৰ (বিঘিনিৰ) আশঙ্কাৰ মাজত প্ৰাপ্তিৰ অনিশ্চত সম্ভাৱনাই প্ৰাপ্ত্যাশা ।
[ফলপ্ৰাপ্তিৰ সাধানেই হ'ল উপায় । তাৰ বিপৰীতে অপায়ে বিঘিনি সূচায় । এই দুয়োৰে মাজতে প্ৰাপ্তিৰ আশঙ্কা আৰু সম্ভাৱনা বিদ্যমান । 'প্ৰাপ্ত্যাশা'ত ফলপ্ৰাপ্তিৰ পূৰ্ণ সম্ভাৱনা থকা সত্ত্বেও বিঘিনিৰ দ্বাৰা প্ৰতিহত হৈ পূৰ্ণপ্ৰাপ্তিৰ অৱস্থা নাপায়েগে । 'ৰত্নাৱলী'ত সাগৰিকাই বাসৱদত্তাৰ বেশেৰে উদয়নৰ ওচৰলৈ আহোঁতে বিদূষকে বাসৱদত্তাৰ আগমনৰ কথা উল্লেখ কৰি সেই সময়ত নায়ক-নায়িকাৰ পূৰ্ণ মিলনৰ সম্ভাৱনা নুই কৰিলে । কাৰ্যৰ এই অৱস্থাই 'প্ৰাপ্ত্যাশা' । গান্ধৰ্ব বিবাহৰ পাছতো দুষ্যন্ত আৰু শকুন্তলাৰ সম্পূৰ্ণ মিলনৰ অন্তৰায় নুগুছিল । 'প্ৰাপ্ত্যাশা'ৰ ই এটা সুন্দৰ উদাহৰণ ।]

মূল – অপায়াভাৱতঃ প্ৰাপ্তিৰ্নিয়তাপ্তিঃ সুনিশ্চিতা ॥ ২১ ॥

অনুবাদ – অপায়ৰ অভাৱত (শেষত) সুনিশ্চিত প্ৰাপ্তিকে নিয়তাপ্তি বোলে ।
['নিয়তাপ্তি' হ'ল সকলোবোৰ বিঘিনি আঁতৰি নিৰ্ধাৰিত ফললাভৰ নিশ্চিত অৱস্থা । 'প্ৰাপ্ত্যাশা'ত উপায় আৰু অপায়ৰ মাজত ফলপ্ৰাপ্তিৰ শঙ্কা ওপজে । 'নিয়তাপ্তি'ত সকলোবোৰ বাধা-বিঘিনি শেষ হৈ ফললাভ নিশ্চিত হৈ পৰে । 'ৰত্নাৱলী'ত বন্দিনী সাগৰিকাৰ মুক্তি কৰাৰ একমাত্ৰ উপায় হ'ল বাসৱদত্তাক সন্তুষ্ট কৰা । এনেদৰে মহাৰাণীক প্ৰসন্ন কৰি অপায় নিবাৰণ কৰাটোৱেই হ'ল 'নিয়তাপ্তি' ।]

মূল – সমগ্ৰফলসম্পত্তিঃ ফলযোগো য়থোদিতঃ ।

অনুবাদ – বাঞ্চিত ফল সামগ্ৰিক ৰূপত পোৱাটোকে ফলাগম বোলে হয় ।



[ৰজা উদয়নৰ ৰত্নাৱলী (সাগৰিকা) প্ৰাপ্তি আৰু ৰাজচক্ৰৱৰ্তী লাভেই 'ৰত্নাৱলী' নাটিকাৰ ফলোদয় বা ফলাগম ।]

মূল – অৰ্থপ্ৰকৃতয়ঃ পঞ্চ পঞ্চাৱস্থাসমন্বিতাঃ ॥ ২২ ॥
য়থাসংখ্যেন জায়ন্তে মুখাদ্যাঃ পঞ্চসন্ধয়ঃ ।

অনুবাদ – পাঁচ বিধ অৰ্থপ্ৰকৃতিৰ লগত পাঁচপ্ৰকাৰৰ অৱস্থাৰ সংযোগত মুখাদি পাঁচ প্ৰকাৰৰ সন্ধিৰ সৃষ্টি হয় ।
[বীজ, বিন্দু, পতাকা প্ৰকৰী আৰু কাৰ্যৰ লগত ক্ৰমে আৰম্ভ, যত্ন প্ৰাপ্ত্যাশা, নিয়তাপ্তি আৰু ফলাগম — এই পাঁচ প্ৰকাৰ কাৰ্য্যৱস্থাৰ সংমিশ্ৰণত মুখ, প্ৰতিমুখ, গৰ্ভ, বিমৰ্শ আৰু উপসংহাৰ নামৰ পাঁচবিধ সন্ধি হয় । যেনে —

| অৰ্থপ্ৰকৃতি | | কাৰ্যাৱস্থা | | সন্ধি |
|---|---|---|---|---|
| বীজ | + | আৰম্ভ | = | মুখ |
| বিন্দু | + | যত্ন | = | প্ৰতিমুখ |
| পতাকা | + | প্ৰাপ্ত্যাশা | = | গৰ্ভ |
| প্ৰকৰী | + | নিয়তাপ্তি | = | বিমৰ্শ |
| কাৰ্য | + | ফলাগম | = | উপসংহাৰ |

কিন্তু এই ক্ৰমটোৰ বান্ধোন কটকটীয়া হয় । সন্ধিৰ লগত কাৰ্যাৱস্থাৰহে প্ৰয়োজন অৰ্থপ্ৰকৃতিৰ নহয় । পতাকা, প্ৰকৰী আদি কোনো কোনো ৰূপকত নাথাকিবও পাৰে । কিন্তু সন্ধি অৱশ্যে প্ৰয়োজনীয় । আকৌ বিন্দু যিকোনো সন্ধিতে থাকিব পাৰে, প্ৰতিমুখতেই নহয় ।]

মূল – অন্তৰৈকাৰ্থসম্বন্ধঃ সন্ধিৰেকান্বয়ে সতি ॥ ২৩ ॥

অনুবাদ – (কথাংশবিলাকৰ) কিবা এক প্ৰয়োজনৰ লগত অন্য এক প্ৰয়োজনৰ সম্বন্ধ হোৱাকে 'সন্ধি' বোলে ।
['সন্ধি' হৈছে সংযোগ । এহাতে কথাংশবিলাকৰ সম্বন্ধ অৰ্থপ্ৰকৃতিৰ ৰূপত কাৰ্যৰ লগত আৰু আনহাতে কাৰ্যাৱস্থাৰ ৰূপত ফলোদয়ৰ সৈতে । এই দুয়োটাৰ সম্বন্ধত সন্ধি হয় । ইয়েই সন্ধিৰ সামান্য লক্ষণ ।]

মূল – মুখপ্ৰতিমুখে গৰ্ভঃ সাৱমৰ্শোপসংহৃতিঃ ।

অনুবাদ – (সন্ধিৰ বিভাগবোৰ হৈছে) মুখ, প্ৰতিমুখ, গৰ্ভ, অৱমৰ্শ (বিমৰ্শ) আৰু উপসংহাৰ (নিৰ্বহণ)।

মূল – মুখং বীজসমুৎপত্তির্নানাৰ্থৰসসম্ভৱাঃ ॥ ২৪ ॥
অঙ্গানি দ্বাদশৈতস্য বীজাৰম্ভসমন্বয়াৎ।

অনুবাদ – য'ত বিবিধ প্ৰকাৰৰ প্ৰয়োজন আৰু ৰসৰ উৎসস্বৰূপ কথাবীজৰ উৎপত্তি হয় তাকে মুখসন্ধি বোলা হয়। কথাবীজ আৰু আৰম্ভাৱস্থাৰ সংযোগত হোৱা ইয়াৰ অঙ্গ বাৰ প্ৰকাৰৰ।
['নানাৰ্থৰসম্ভৱাঃ'– এই পদৰ দুটা ভাগ– 'নানাৰ্থসম্ভৱঃ' আৰু 'নানাৰসসম্ভৱঃ'। প্ৰথমবিধে ধৰ্ম কামাদি ত্ৰিবৰ্গৰ প্ৰয়োজনবোৰ আৰু দ্বিতীয়বিধে শৃঙ্গাৰাদি বিভিন্ন ৰসোৎপত্তিৰ কথা বুজাইছে। য'ত ত্ৰিবৰ্গৰ সাধন হয়, তাত সিয়েই কথাবীজ হৈ মুখসন্ধি হয়। য'ত এই ত্ৰিবৰ্গৰ সাধন নহয়, তাত ৰসোৎপত্তিয়ে কথাবীজ হৈ মুখসন্ধি নাম পায়। প্ৰহসনাদিয়ে ত্ৰিবৰ্গ সাধন নকৰে, হাস্যাদি ৰসৰহে উৎপত্তি কৰে আৰু ইয়েই তাৰ বীজ। ত্ৰিবৰ্গ আৰু ৰস সাধন দুয়োটা হ'লে দুয়োটাই নাট্যবীজ হয়। প্ৰথম অৰ্থপ্ৰকৃতি বীজ আৰু প্ৰথম কাৰ্যাৱস্থা আৰম্ভ — এই দুয়োৰে সমন্বয়ত বাৰ প্ৰকাৰৰ মুখসন্ধিৰ সৃষ্টি হৈছে।]

মূল – উপক্ষেপঃ পৰিকৰঃ পৰিন্যাসো বিলোভনম্ ॥ ২৫ ॥
য়ুক্তিঃ প্ৰাপ্তিঃ সমাধানং ৱিধানং পৰিভাৱনা।
উদ্ভেদভেদ কৰণান্যন্বৰ্থান্যথ লক্ষণম্ ॥ ২৬ ॥

অনুবাদ – উপক্ষেপ, পৰিকৰ, পৰিন্যাস, বিলোভন, যুক্তি, প্ৰাপ্তি, সমাধান, বিধান, পৰিভাৱনা, উদ্ভেদ, ভেদ আৰু কৰণ। ইহঁত অন্বৰ্থ সংজ্ঞা অৰ্থাৎ অৰ্থানুসৰিয়েই ইহঁতৰ কাৰ্যৰ স্বৰূপ বুজা যায়। এতিয়া ইহঁতৰ লক্ষণবোৰ (কোৱা হ'ব।)।

মূল – বীজন্যাস উপক্ষেপঃ

অনুবাদ – বীজৰ ন্যাস বা বপনেই উপক্ষেপ।
[বীজ বপন কৰা বা সিঁচি দিয়াই উপক্ষেপ। নাট্যৰ কথাবস্তু বা ইতিবৃত্তক শব্দেৰে উপস্থিত কৰাটোকে উপক্ষেপ নামৰ মুখসন্ধিৰ প্ৰথম অঙ্গ। 'ৰত্নাৱলী'ত অনুকুল দৈৱই যেনেতেনে মিলন ঘটাব বোলা যৌগন্ধৰায়ণৰ উক্তিত উদয়নৰ ৰত্নাৱলী আৰু চক্ৰৱৰ্তী পদলাভৰূপ কাৰ্যৰ (ফলৰ) বীজ বপন কৰা হৈছে।]



মূল – ——— তৎ বাহুল্যং পৰিক্ৰিয়া।

অনুবাদ – তাৰ (উপক্ষেপৰ) বিস্তৃতিয়েই পৰিক্ৰিয়া।
[উপক্ষেপৰ বাহুল্য বা বিস্তাৰতাই হ'ল পৰিক্ৰিয়া। 'ৰত্নাৱলী'ত নাও বুৰাৰ পিছতো ৰত্নাৱলী ৰক্ষা পোৱাত সকলো প্ৰকাৰে উদয়নৰ অভ্যুদয় হৈছে বোলা যৌগন্ধৰায়ণৰ উক্তিয়ে পৰিক্ৰিয়া নামৰ মুখসন্ধিৰ অঙ্গটো বুজাইছে। তেনেকৈ 'বেণীসংহাৰ'ত সূত্ৰধাৰৰ "ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল সুখেৰে থাকক" বোলা কথাষাৰে উপক্ষেপৰ বাহুল্য বুজোৱা বাবে পৰিক্ৰিয়া নামক মুখসন্ধিৰ অঙ্গবিশেষ হৈছে।]

মূল – তন্নিস্পত্তিঃ পৰিন্যাসো ——

অনুবাদ – তাৰ (পৰিক্ৰিয়াৰ) নিস্পত্তিক (সিদ্ধিক) পৰিন্যাস বোলে।
[পৰিক্ৰিয়াৰ সিদ্ধি বা নিস্পত্তিয়েই পৰিন্যাস। স্বামী উদয়নৰ অভ্যুদয়ৰ ক্ষেত্ৰত দৈৱই লগ দিয়াত সফলতা লাভৰ নিশ্চয়তা প্ৰকাশ পোৱা যৌগন্ধৰায়ণৰ উক্তিত এই অঙ্গটো দেখা পোৱা গৈছে।]

মূল – ——— গুণাখ্যানং ৱিলোভনম্ ॥ ২৭ ॥

অনুবাদ – গুণ গৰিমাৰ ব্যাখান হ'ল বিলোভন।
[ফলৰ লগত সম্বন্ধিত কোনো বস্তু বা পাত্ৰৰ গুণানুকীৰ্তনেৰে আকৰ্ষণ বৃদ্ধি কৰাকে বিলোভন বোলে। বৈতালিকে উদয়নৰ গুণৰ বৰ্ণনা কৰি সাগৰিকাৰ অনুৰাগ বৃদ্ধি কৰিছে বিলোভন নামৰ এই অঙ্গটোৰ সহায়ত।]

মূল – সম্প্ৰধাৰণমৰ্থানাং য়ুক্তিঃ —

অনুবাদ – অভীষ্ট প্ৰয়োজনৰ অৱধাৰণ বা সমৰ্থনক যুক্তি বোলে।
[(অভীষ্ট পাত্ৰ-পাত্ৰীৰ) প্ৰয়োজনৰ প্ৰতি সমৰ্থনকে যুক্তি বোলা হৈছে। যৌগন্ধৰায়ণে সাগৰিকাক ৰাণী বাসৱদত্তাৰ হাতত অন্তঃপুৰত অৰ্পণ কৰি নিজৰ কাৰ্যক সমৰ্থন কৰাটোৱে হ'ল যুক্তি।]

মূল – —— প্ৰাপ্তি সুখাগমঃ।

অনুবাদ – সুখৰ আগমনেই প্ৰাপ্তি।
[নায়ক বা নায়িকাই সুখ লাভ কৰা মুখসন্ধিৰ অঙ্গটোৰ নাম হ'ল প্ৰাপ্তি। 'ৰত্নাৱলী'ত মদন মহোৎসৱৰ সময়ত মদন দেৱতাৰূপী উদয়নক ৰজা উদয়ন বুলি জানি

সাগৰিকাই সুখ লাভ কৰিছে আৰু ইয়েই হ'ল প্ৰাপ্তি । 'বেণীসংহাৰ'ত যুধিষ্ঠিৰে সন্ধিৰ প্ৰস্তাৱ আগ বঢ়োৱা সত্ত্বেও ভীমৰ দুঃশাসনৰ ৰক্তপান আৰু দুৰ্যোধনৰ উৰুভঙ্গ কৰা দৃঢ় উক্তিবোৰ শুনি দ্ৰৌপদীয়ে সুখ পাইছে । ইয়াকে প্ৰাপ্তি বোলা হৈছে ।]

মূল — বীজাগমঃ সমাধানম্ —

অনুবাদ — বীজৰ আগমন অৰ্থাৎ অঙ্কুৰণ হ'ল সমাধান ।
[প্ৰথমে বপন কৰা বীজৰ আগম অৰ্থাৎ অঙ্কুৰণ হোৱাটোকে সমাধান বোলা হয় । 'ৰত্নাৱলী'ত মদন মহোৎসৱৰ সময়ত সাগৰিকা আৰু উদয়নৰ পৰসাৰ সাক্ষাৎ ৰাণী বাসৱদত্তাৰ অভিপ্ৰেত নহয় বাবে ৰাণীয়ে সাগৰিকাক তাৰ পৰা আঁতৰাই পঠাইছে । কিন্তু সাগৰিকাই লুকাই চাই থাকে । এনেকৈ বৎসৰাজ সমাগমৰ হেতুস্বৰূপ বীজৰ উপাদানৰ কাৰণ হোৱাত ইয়াৰ নাম সমাধান ।]

মূল — বিধানং সুখদুঃখকৃৎ ॥ ২৮ ॥

অনুবাদ — সুখ দুখ উৎপন্ন হোৱা অঙ্গক বিধান বোলে ।
[নায়ক-নায়িকা আদিৰ সুখ দুখ উৎপন্ন হোৱা কথাংশক বিধান বোলে । 'মালতীমাধৱ' নাটকত মালতীক দেখা পাই মাধৱৰ সুখ আৰু (বিয়োগজনিত) দুখ দুয়োটা অনুভূতি একে সময়তে উঠলি উঠিছে । গতিকে ই বিধান ।]

মূল — পৰিভাৱোহদ্ভুতাৱেশ ঃ ——

অনুবাদ — অদ্ভুত ঘটনাৰ সন্নিৱেশেই পৰিভাৱ (পৰিভাৱনা) ।
[আশ্চৰ্যজনক বস্তু বা ঘটনা দেখি পাত্ৰ-পাত্ৰী বিস্ময়ান্বিত হৈ পৰাটোকে পৰিভাৱনা বোলে । 'ৰত্নাৱলী'ত মদন পূজাৰ সময়ত সাগৰিকাই উদয়নক দেখি মদন দেৱতাই জীৱন্তৰূপত পূজা গ্ৰহণ কৰিছে বুলি ভাৱিছিল । এনেধৰণৰ অলৌকিক কাৰ্যৰ পৰা উৎপন্ন অদ্ভুত ৰসযুক্ত অংশই পৰিভাৱনা ।]

মূল — উদ্ভেদো গূঢ়ভেদনম্ ।

অনুবাদ — গোপনীয় বস্তুৰ প্ৰকট হোৱাটোৱেই উদ্ভেদ ।
[গোপন কথাবস্তুৰ প্ৰকাশ হোৱা অংশটোৰ নাম উদ্ভেদ । প্ৰথম অৱস্থাত সাগৰিকাৰ বাবে উদয়ন আছিল সাক্ষাৎ মদন দেৱতা । কিন্তু বৈতালিকৰ গীতত মহাৰাজ উদয়ন বুলি গম পালে । ইয়াৰ নামেই উদ্ভেদ ।]



মূল — কৰণং প্ৰকৃতাৰম্ভ ঃ —

অনুবাদ — প্ৰস্তুত কাৰ্যৰ আৰম্ভ কৰাকে কৰণ বোলা হয় ।
[নাট্য কাহিনীৰ অনুৰূপ প্ৰস্তুত কাৰ্যৰ আৰম্ভক কৰণ বোলে । কৰণ হ'ল ভাৱী কাৰ্যৰ প্ৰস্তুতি আৰু ই পিছৰ অঙ্কটোৰ কথা ব্যঞ্জনা কৰে । 'ৰত্নাৱলী'ত মদন পূজাৰ পাছত উদয়নক দেখা পাই সাগৰিকা সন্তুষ্ট মনেৰে আঁতৰি গৈ পিছৰ কথাবস্তুৰ সূচনা কৰিছে ।]

মূল — ভেদঃ প্ৰোৎসাহনা মতা ॥ ২৯ ॥

অনুবাদ — কাৰ্যৰ উৎসাহক ভেদ বোলা হয় ।
[বীজৰ অনুকুলে কৰ্মৰ প্ৰতি উৎসাহ দানেই ভেদ । 'বেণীসংহাৰ'ত দ্ৰৌপদীৰ ভয় নাইকিয়া কৰি কুৰুকুলৰ পৰাজয় আৰু পাণ্ডৱৰ জয়ৰ কথা ঘোষণা কৰি ভীমে উৎসাহ প্ৰদান কৰিছে । ইয়েই হ'ল ভেদ ।

মুখসন্ধিৰ এই বাৰটা অঙ্গই বীজ (অৰ্থপ্ৰকৃতি) আৰু আৰম্ভৰ (কাৰ্যাৱস্থাৰ) দ্যোতক । সকলো ৰূপকত এই সকলোবোৰ অঙ্গ উপস্থাপন নকৰিলেও উপক্ষেপ, পৰিকৰ, পৰিন্যাস, যুক্তি, উদ্ভেদ আৰু সমাধান — এই কেইটা অৱশ্যে সংযোজন কৰিব লাগিব । অন্যথা অঙ্গহীনতাই শোভা হ্ৰাস কৰিব ।]

মূল — লক্ষ্যালক্ষ্যতয়োদ্ভেদস্তস্য প্ৰতিমুখং ভৱেৎ ।
বিন্দুপ্ৰয়ত্নানুগমাদঙ্গান্যস্য ত্ৰয়োদশ ॥ ৩০ ॥

অনুবাদ — দৃশ্য আৰু অদৃশ্য ৰূপত কথাবীজৰ প্ৰকাশ অৰ্থাৎ প্ৰকট ৰূপেই হ'ল প্ৰতিমুখসন্ধি । বিন্দু আৰু প্ৰযত্নৰ সহযোগত হোৱা ইয়াৰ বিভাগ তেৰটা ।
[মুখসন্ধিত বপন কৰা কথাবীজ উপযুক্ত পৰিৱেশত প্ৰস্ফুটিত হয় কেতিয়াবা স্পষ্টৰূপত আৰু কেতিয়াবা অস্পষ্টৰূপত । ইয়াকে লক্ষ্য আৰু অলক্ষ্য বোলা হৈছে । 'ৰত্নাৱলী'ৰ দ্বিতীয় অঙ্কত উদয়নৰ প্ৰতি সাগৰিকাৰ অনুৰাগ বিদূষক আৰু সুসঙ্গতাই জানে বাবে কথাবস্তু কিঞ্চিৎ লক্ষ্য অৰ্থাৎ দৃশ্য হৈছে । কিন্তু বাসৱদত্তাৰ চিত্ৰদৰ্শনৰ ফলত গোপন প্ৰেম সম্পৰ্কে অনুমান তথা সম্ভাব্য বাধাপ্ৰদানেৰে কথাবস্তু কিঞ্চিৎ অলক্ষ্য অৰ্থাৎ অদৃশ্য হৈ আছে । এনেদৰে লক্ষ্য অলক্ষ্যৰ মাজেৰে অনুৰাগৰূপী বীজ প্ৰকট হোৱাটোৱেই হ'ল প্ৰতিমুখসন্ধি । 'বেণীসংহাৰ'ত দ্বিতীয় অঙ্কত ভীষ্মাদি বীৰৰ বধ হোৱাত কথাবীজ লক্ষ্য আৰু কৰ্ণাদি বীৰলোক তেতিয়ালৈকে জীৱিত থকাত কিঞ্চিৎ অলক্ষ্য ৰূপত থকাত

সেয়া প্ৰতিমুখসন্ধি । ইয়াত অৰ্থপ্ৰকৃতি হ'ল বিন্দু আৰু কাৰ্যাৱস্থা হ'ল প্ৰযত্ন ।]

মূল — ৱিলাসঃ পৰিসৰ্পশ্চ বিধূতং শমনৰ্মণী ।
নৰ্মদ্যুতি ঃ প্ৰগমনং নিৰোধঃ পৰ্য্যুপাসনম্ ॥ ৩১ ॥
ৱজ্ৰং পুষ্পমুপন্যাসো ৱৰ্ণসংহাৰ ইত্যপি ।

অনুবাদ — (প্ৰতিমুখসন্ধিৰ বিভাগবোৰ হ'ল)– বিলাস, পৰিসৰ্প, বিধূত, শম, নৰ্ম, নৰ্মদ্যুতি, প্ৰগমন, নিৰোধ, পৰ্যুপাসন, বজ্ৰ, পুষ্প, উপন্যাস আৰু বৰ্ণসংহাৰ ।

মূল — ৰত্যৰ্থেহা ৱিলাসঃ স্যাদ্ —

অনুবাদ — ৰতিৰ স্পৃহাই বিলাস ।
[নায়ক-নায়িকাৰ পৰস্পৰ মিলনৰ ইচ্ছাকে বিলাস বোলে । 'ৰত্নাৱলী'ত সাগৰিকা বৎসৰাজ উদয়নৰ লগত বাস্তৱৰূপত মিলনৰ পথ নেদেখি চিত্ৰফলকত ৰজাৰ চিত্ৰ অঙ্কন কৰি মিলনৰ আশা প্ৰকাশ কৰিছে । সাগৰিকাৰ এই চেষ্টা অনুৰাগৰূপী বীজৰ অনুকূল হোৱাত ইয়েই বিলাস নামৰ প্ৰতিমুখসন্ধিৰ প্ৰথম অঙ্গ ।]

মূল — ইষ্টানষ্টানুসৰ্পণম্ ॥ ৩২ ॥
পৰিসৰ্পো —

অনুবাদ — প্ৰথমে দৃশ্যমান কিন্তু নষ্ট হৈ যোৱা বস্তুৰ অনুসন্ধানকে পৰিসৰ্প বোলে ।
[কথাবীজ প্ৰথমে দেখা পোৱাৰ পাছত হেৰায় যায় । তাৰ অন্বেষণ কৰাকে পৰিসৰ্প কোৱা হয় । 'বেণীসংহাৰ'ত ভীষ্মাদি বীৰক বধ কৰি কৌৰৱকুলক পৰাজিত কৰি দ্ৰৌপদীৰ বেণী বন্ধনৰ কথাবীজ প্ৰথমতে পৰিলক্ষিত হৈছিল । কিন্তু অভিমন্যুৰ বধে সেই কথাবীজ লুপ্ত কৰি পেলালে । নষ্ট বিন্দু আৰু প্ৰযত্ন অৱস্থাৰ লগত মিলিত হৈ এই পৰিসৰ্প নামৰ অঙ্গটো হৈছে । 'ৰত্নাৱলী'ত 'সাৰিকা' চৰাইৰ কথা আৰু চিত্ৰফলকত সাগৰিকাৰ চিত্ৰ দেখি বৎসৰাজৰ সাগৰিকা অন্বেষণেই হৈছে পৰিসৰ্প ।]

মূল — ৱিধূতং স্যাদৰতিঃ —

অনুবাদ — সুখপ্ৰদ বস্তুৰ প্ৰতি অৰতি বা অনীহাই বিধূত ।
[ইষ্ট বস্তু নাপালে বৈৰাগ্যৰ জন্ম হয় । সেই বৈৰাগ্যকে বিধূত বোলা হৈছে । বৎসৰাজক নাপাই সাগৰিকা বিৰহ তাপত দগ্ধা হৈ পৰিছে । সখীয়েক সুসংগতাই পদুমৰ কোমল পাত আৰু মৃণালাদি শীতোপকৰণ দিয়াত সাগৰিকাই সেইবোৰ



দলিয়াই পেলাইছে । এনেকৈ অনুৰাগৰূপী বীজৰ লগত সম্পৰ্ক থকা শীতোপকৰণৰ প্ৰতি অনীহা প্ৰকাশেই বিধূত ।]

মূল — তচ্ছমঃ শমঃ ।

অনুবাদ — তাৰ (বিধূতৰ) উপশমেই শম ।
[বিধূত বা অৰতিৰ নাশকে শম বোলা হয় । নষ্ট বীজ পুনৰ আশান্বিত হোৱাই শম । সাগৰিকাৰ দ্বাৰা অঙ্কিত চিত্ৰফলক দেখি বৎসৰাজ উদয়নে নিজকে ভাগ্যৱান বুলি কৈছে । তাকে শুনি সাগৰিকাৰ অনুৰাগ বৃদ্ধি পাইছে আৰু নিজৰ হৃদয়ক আশ্বস্ত কৰি নিজৰ হেৰোৱা অনুৰাগ পুনৰ প্ৰকাশ কৰিছে । ইয়াকে শম বোলে ।]

মূল — পৰিহাসৱচো নৰ্ম —

অনুবাদ — পৰিহাসযুক্ত বচনেই হ'ল নৰ্ম ।
[পৰিহাসপূৰ্ণ উক্তিক নৰ্ম বোলা হয় । 'ৰত্নাৱলী'ত সাগৰিকা আৰু সুসঙ্গতাৰ চিত্ৰফলকখনক লৈ কৰা মনোৰঞ্জক বচনবোৰেই নৰ্ম ।]

মূল— ধৃতিস্তজ্জা দ্যুতিৰ্মতা ॥ ৩৩ ॥

অনুবাদ — তাৰ পৰা (নৰ্ম) হোৱা ধৈৰ্যক (আনন্দক লুকুৱাই ৰখা) নৰ্মদ্যুতি বোলা হয় ।
[পৰিহাসৰ বাবে হোৱা আনন্দ বা বিকাৰ লুকুৱাই থৈ ধৈৰ্যধাৰণ ধৰা অঙ্গটোৰ নাম নৰ্মদ্যুতি । সুসঙ্গতাৰ পৰিহাস বচনৰ উত্তৰ স্বৰূপে সাগৰিকাই সখীয়েকক খঙেৰে (মিছা) মনে মনে থাকিবলৈ কোৱা উক্তিয়েই নৰ্মদ্যুতি ।]

মূল — উত্তৰা ৱাক্প্ৰগমনম্ —

অনুবাদ — উত্তৰ প্ৰত্যোত্তৰযুক্ত বচন হ'ল প্ৰগমন ।
[পাত্ৰ-পাত্ৰীৰ পৰস্পৰ সংলাপৰ দ্বাৰা অনুৰাগৰূপী বীজৰ উৎঘাটনক প্ৰগমন বোলে । 'ৰত্নাৱলী'ত উদয়ন, বিদূষক, সাগৰিকা আৰু সুসঙ্গতাৰ উক্তি প্ৰত্যুক্তিৰ দ্বাৰা এই অঙ্গটো দেখুওৱা হৈছে ।]

মূল — হিতৰোধো নিৰোধনম্ ।

অনুবাদ — হিত বা প্ৰিয়বস্তুৰ ৰোধকে নিৰোধন বোলা হয় ।
[প্ৰিয়বস্তুৰ লগত মিলনৰ বিৰোধ ঘটোৱা কাৰ্যই নিৰোধ । সাগৰিকা আৰু বৎসৰাজৰ

মিলনৰ মুহূৰ্তত বিদূষকে বাসৱদত্তাৰ আগমনৰ কথা উল্লেখ কৰি দুয়ো নায়ক-নায়িকাৰ মিলনৰ পথত হেঙাৰ স্বৰূপ হৈছে। প্ৰতিমুখসন্ধিৰ এই অঙ্গটোৰ নাম নিৰোধ ।]

মূল — পৰ্য্যুপাস্তিৰনুনয় ঃ —

অনুবাদ — অনুনয় বিনয় বাক্যই পৰ্যুপাসন ।

[ক্ৰোধিত ব্যক্তিৰ ক্ৰোধ উপশম কৰিবৰ বাবে অনুনয় বিনয় কৰাকে পৰ্যুপাসন বোলে । 'ৰত্নাৱলী'ত বাসৱদত্তাই চিত্ৰফলকত একেলগে উদয়ন আৰু সাগৰিকাৰ চিত্ৰ দেখি ক্ৰোধান্বিত হৈ পৰিছে । অভিমানিনী বাসৱদত্তাক অনুনয় বিনয়যুক্ত বচনেৰে উদয়নে শান্ত কৰিব বিচাৰিছে । ইয়েই হ'ল পৰ্য্যুপাসন ।]

মূল — পুষ্পং ৱাক্যং ৱিশেষৱৎ ॥ ৩৪॥

অনুবাদ — বিশেষতাৰ লগত সংযুক্ত বাক্যই পুষ্প ।

['ৰত্নাৱলী'ত বৎসৰাজে সাগৰিকাৰ হাত স্পৰ্শ কৰি অপূৰ্ব লক্ষ্মী লাভ কৰাৰ কথা বিদূষকক কৈছে । এনেধৰণৰ কথোপকথনেৰে নায়ক-নায়িকাৰ পৰস্পৰ দৰ্শনৰ দ্বাৰা বিশেষভাৱে অনুৰাগৰূপী বীজৰ উদ্ঘাটন কৰা কাৰণে এই অঙ্গটোৰ নাম দিয়া হৈছে পুষ্প ।]

মূল — উপন্যাসস্তু সোপায়ম্ —

অনুবাদ — উপায় তথা যুক্তিসহ বাক্যই উপন্যাস ।

[বীজৰ উদ্ঘাটন স্বৰূপ যুক্তিযুক্ত হেতুপ্ৰদৰ্শক বাক্য উপন্যাস । প্ৰসাদযুক্ত বাক্যকো উপন্যাস বোলা হয় । 'ৰত্নাৱলী'ত ৰজা উদয়নে কৰ্ণাভৰণ দি সাগৰিকাৰ সখীয়েক সুসঙ্গতাক সন্তুষ্ট কৰিবলৈ বিচাৰিছে । সুসঙ্গতাই কিন্তু চিত্ৰফলকত ৰজাৰ চিত্ৰৰ লগতে সাগৰিকাৰ চিত্ৰ অঙ্কিত কৰাত কোপিতা সাগৰিকাক সন্তুষ্ট কৰিবলৈহে অনুৰোধ কৰিছে । ৰজাৰ আগত সুসঙ্গতাই চিত্ৰফলকত ৰজাৰ চিত্ৰ সাগৰিকাই আৰু সাগৰিকাৰ চিত্ৰ সুসঙ্গতাই অঙ্কন কৰিলে বুলি কোৱা কথাযাৰত নায়ক-নায়িকাৰ পৰস্পৰ অনুৰাগৰ বীজ উদ্ঘাটন হোৱাত ইয়াৰ নাম উপন্যাস ।]

মূল — ৱজ্ৰং প্ৰত্যক্ষনিষ্ঠুৰম্ ।

অনুবাদ — প্ৰত্যক্ষভাৱে কোৱা নিষ্ঠুৰ বচনেই বজ্ৰ ।



[নায়কাদিৰ প্ৰতি প্ৰত্যক্ষৰূপত ব্যৱহাৰ কৰা মৰ্মভেদী বচনকে বজ্ৰ বোলা হয় । চিত্ৰফলকত ৰজাৰ লগত সাগৰিকাৰ চিত্ৰ দেখি ৰাণী বাসৱদত্তা কোপিতা হৈছে আৰু ৰজাৰ প্ৰতি ক্ৰুদ্ধ বচন প্ৰয়োগ কৰিছে । ইয়েই বজ্ৰ ।]

মূল — চাতুৰ্ৱৰ্ণ্যোপগমনং ৱৰ্ণসংহাৰ ইষ্যতে ॥ ৩৫ ॥

অনুবাদ — চাৰিওটা বৰ্ণৰ লোক একেলগ হোৱাকে বৰ্ণসংহাৰ বোলা হৈছে ।

[চতুৰ্বৰ্ণৰ লোক অথবা নাট্যৰ সকলোবোৰ পাত্ৰ একেলগে মঞ্চত দেখা পোৱাকে বৰ্ণসংহাৰ বোলে । 'মহাবীৰচৰিত'ত পৰশুৰামৰ খং নিবাৰণৰ কাৰণে ঋষি, ক্ষত্ৰিয়, সভাসদ, মন্ত্ৰী আদিৰ একত্ৰিত হোৱা প্ৰসঙ্গটোৱেই বৰ্ণসংহাৰ ।

প্ৰতিমুখসন্ধিৰ তেৰটা অঙ্গৰ ভিতৰত পৰিসৰ্প, শম, বজ্ৰ, উপন্যাস আৰু পুষ্প অনিবাৰ্যভাৱে নাট্যত প্ৰয়োগ কৰিব লাগে । বাকীবোৰ নিতান্ত প্ৰয়োজনীয় নহয় । ইয়াৰে বিলাস, নৰ্ম, নৰ্মদ্যুতি শৃঙ্গাৰ ৰসৰ অনুকূল । ক্ষেত্ৰবিশেষে অৱশ্যে ইহঁতক অন্য ৰসতো প্ৰয়োগ কৰিব পাৰি ।]

মূল — গৰ্ভস্তু দৃষ্টনষ্টস্য বীজস্যান্বেষণং মুহু ঃ ।
দ্বাদশাঙ্গ পতাকা স্যান্ন ৱা স্যাৎ প্ৰাপ্তিসম্ভৱং ॥ ৩৬ ॥

অনুবাদ — প্ৰথমতে দৃষ্ট কিন্তু পাছত নষ্ট হোৱা কথাবীজৰ বাৰে বাৰে কৰা অন্বেষণকে গৰ্ভসন্ধি বোলে । ইয়াৰ অঙ্গ বাৰটা । পতাকা থাকক বা নাথাকক কাৰ্যাৱস্থা প্ৰাপ্ত্যাশা থাকিব লাগিব ।

[প্ৰতিমুখসন্ধিত কিঞ্চিৎ লক্ষ্য আৰু কিঞ্চিৎ অলক্ষ্য ৰূপত দেখা দিয়া বীজ ইয়াত বিশেষভাৱে প্ৰকট হয় । তৎসত্ত্বেও কাৰণবশতঃ ই কেতিয়াবা নষ্ট হয় । এই নষ্ট বীজক অন্বেষণ কৰি লাভ কৰা, পুনৰ নষ্ট হোৱা, পুনৰ লাভ হোৱা এনে অনুক্ৰমেই গৰ্ভসন্ধিত বিদ্যমান ।

সাধাৰণতে অৰ্থপ্ৰকৃতি পতাকা আৰু কাৰ্যাৱস্থা প্ৰাপ্ত্যাশা দুয়োৰে সংমিশ্ৰণত এই গৰ্ভসন্ধি গঠিত । কিন্তু কেতিয়াবা পতাকা নোহোৱাকৈও এই সন্ধি হ'ব পাৰে । উদাহৰণ স্বৰূপে 'মালৱিকাগ্নিমিত্ৰ' পতাকাবিহীন, আনপিনে 'মালতীমাধৱ' পতাকাযুক্ত । 'ৰত্নাৱলী'ৰ তৃতীয় অঙ্কটোত এই গৰ্ভসন্ধিৰ সুন্দৰ প্ৰয়োগ দেখা যায় । বৎসৰাজ আৰু সাগৰিকাৰ প্ৰথম মিলনত বাসৱদত্তাৰ উপস্থিতিৰে নায়ক-নায়িকাৰ প্ৰেমৰ বীজ নষ্ট কৰিছে । পাছত সাগৰিকাই বাসৱদত্তাৰ বেশেৰে আহি পুনঃপ্ৰাপ্তিৰ আশা জগাই তুলিছে । সেই আশাও বাসৱদত্তাৰ আগমনেৰে নাইকিয়া কৰিছে । পুনৰ বাসৱদত্তাক প্ৰসন্ন কৰি সেই বাধা নিবাৰণ কৰিবলৈ চেষ্টা কৰা

হৈছে । গৰ্ভসন্ধিত অনে অনুক্ৰম পোৱা যায় ।]

মূল — অভূতাহৰণং মাৰ্গো ৰূপোদাহৰণে ক্ৰমঃ।
সংগ্ৰহশ্চানুমানং চ তোটকাধিবলে তথা ॥ ৩৭ ॥
উদ্বেগসংভ্ৰমাক্ষেপা লক্ষণং চ প্ৰণীয়তে ।

অনুবাদ — (গৰ্ভসন্ধিৰ বাৰ অঙ্গ) অভূতাহৰণ, মাৰ্গ, ৰূপ, উদাহৰণ, ক্ৰম, সংগ্ৰহ, অনুমান, তোটক, অধিবল, উদ্বেগ, সংভ্ৰম আৰু আক্ষেপ । ইহঁতৰ লক্ষণৰ বিষয়ে কোৱা হৈছে ।

মূল — অভূতাহৰণং ছদ্ম ——

অনুবাদ — কপত কাৰ্যই অভূতাহৰণ ।
[কপট অৰ্থাৎ ছল-চাতুৰীৰ দ্বাৰা কিবা বস্তু পাবলৈ চেষ্টা কৰা কাৰ্যক অভূতাহৰণ বোলা হয় । 'ৰত্নাৱলী'ত বাসৱদত্তাৰ বেশেৰে সাগৰিকাক বৎসৰাজৰ লগত মিলন ঘটাবলৈ কূট-কৌশল ৰচনা কৰিছে সুসঙ্গতা আৰু বিদূষকে যাৰ সূচনা মদনিকা আৰু কাঞ্চনমালাৰ উক্তিত পোৱা যায় । ইয়েই অভূতাহৰণ ।]

মূল — ———মাৰ্গস্তত্ত্বাৰ্থকীৰ্তনম্ ॥ ৩৮ ॥

অনুবাদ — অৰ্থপ্ৰাপ্তিৰ বাবে নিশ্চিত উপায় কথনেই মাৰ্গ ।
[অৰ্থপ্ৰাপ্তিৰ বাবে নিশ্চিত তত্ত্ব বা উপায়ৰ কথা কোৱাকে মাৰ্গ বোলা হয় । নায়কাদিক অন্য কোনো পাত্ৰই ফলপ্ৰাপ্তিৰ উপায়ৰ বিষয়ে কোৱা হয় । 'ৰত্নাৱলী'ত সাগৰিকা প্ৰাপ্তিৰ উপায় বিদূষকে বৎসৰাজৰ ওচৰত নিৱেদন কৰিছে ।]

মূল — ৰূপং ৱিতৰ্কৱদ্বাক্যম্ ———

অনুবাদ — বিতৰ্কযুক্ত কথনক ৰূপ বোলা হয় ।
[ফলপ্ৰাপ্তিৰ অৱকাশ থকা সত্ত্বেও নায়কাদিৰ মনত ভৱিষ্যতে দেখা দিব পৰা বিঘিনি সম্পৰ্কে চিন্তা-চৰ্চা থাকে, সিয়েই ৰূপ । 'ৰত্নাৱলী'ৰ তৃতীয় অঙ্কত সাগৰিকাৰ আগমনৰ বাবে ৰৈ থকা বৎসৰাজে ৰাণী বাসৱদত্তাই সেই গুপুত প্ৰেমৰ কাহিনী কেনেবাকৈ জানিব পাৰে বুলি ভাৱি চিন্তিত হৈ পৰিছে । ইয়েই ৰূপৰ উদাহৰণ ।]

মূল — সোৎকৰ্ষং স্যাদুদাহৃতিঃ ।



অনুবাদ — উৎকৰ্ষযুক্ত বাক্যক উদাহৰণ বোলে ।
[লোক প্ৰসিদ্ধ বস্তুতকৈ অভিলষিত বস্তুৰ উৎকৰ্ষতা দেখুওৱাকে উদাহৰণ বোলে । 'ৰত্নাৱলী'ত বিদূষকে কৈছে যে তেওঁৰ মুখৰ প্ৰিয়বচনেৰে ৰজা যিমান আনন্দিত হ'ব, কৌশাম্বী ৰাজ লাভ হ'লেও সিমান আনন্দ নাপাব । ইয়াত কৌশাম্বী লাভৰ লগত সাগৰিকা প্ৰাপ্তিৰ তুলনা কৰি দ্বিতীয়বিধৰ উৎকৰ্ষতা দেখুৱাইছে বাবেই ই হ'ল উদাহৰণ ।]

মূল — ক্ৰমঃ সংচিন্ত্যমানাপ্তিঃ ———

অনুবাদ — অভিলষিত বস্তুৰ প্ৰাপ্তিয়েই ক্ৰম ।
[ক্ৰম হ'ল আকাংক্ষিত বস্তুৰ লাভ । 'ৰত্নাৱলী'ত বৎসৰাজৰ ভ্ৰান্ত সাগৰিকা (প্ৰকৃততে বাসৱদত্তা) প্ৰাপ্তি হ'ল ক্ৰমৰ উদাহৰণ ।]

মূল — ——— ভাৱাজ্ঞানমথাপৰে ॥ ৩৯ ॥

অনুবাদ — কিছুলোকে (নায়কাদিৰ) মনোভাৱ জনাটোকে ক্ৰম বোলে ।
[ক্ৰম সম্পৰ্কে বিদ্বানসকলৰ মাজত মতভেদ আছে । এওঁলোকৰ মতে অন্যান্য পাত্ৰই নায়কাদিৰ মনোভাৱ বুজি পোৱাকে ক্ৰম বুলি কৈছে । 'ৰত্নাৱলী'ত সাগৰিকাৰ ঠাইত বাসৱদত্তা উপস্থিত হৈ উদয়নৰ প্ৰকৃত মনোভাৱ বুজি পালে আৰু ইয়াকে ক্ৰম নাম দিয়া হৈছে ।]

মূল — সংগ্ৰহঃ সামদানোক্তিঃ ——

অনুবাদ — সাম (প্ৰিয় বচন) তথা দান যুক্ত বচনেই সংগ্ৰহ ।
[প্ৰিয় বচন হ'ল সাম আৰু পুৰস্কাৰ প্ৰদানেই হ'ল দান । সামদানযুক্ত কথোপকথনকে কোৱা হৈছে সংগ্ৰহ । বৎসৰাজে সাগৰিকাৰ লগত তেওঁৰ মিলনৰ সেঁতু গঢ়োঁতা বিদূষকৰ প্ৰশংসা কৰিছে আৰু অলঙ্কাৰাদি প্ৰদান কৰিছে । ইয়েই সংগ্ৰহৰ উদাহৰণ ।]

মূল — ——— অভ্যূৎহো লিঙ্গতোহনুমা ।

অনুবাদ — কাৰণ বা কোনো চিনৰ দ্বাৰা তৰ্কেৰে কোনো কথা বা কাৰ্য নিৰ্ণয় কৰাকে অনুমান বোলে ।
[কোনো কাৰণ বা চিহ্নৰ ওপৰত নিৰ্ভৰ কৰি তৰ্ক-বিতৰ্কেৰে যিকোনো কথা বা

কার্যৰ সম্ভাব্য । অনুমানকে অনুমান বুলি কোৱা হয় । সাগৰিকাৰ প্রতি বৎসৰাজৰ অনুৰাগ দেখা পাই ৰাণী বাসৱদত্তাৰ সম্ভাব্য মৃত্যুৰ কথা ভাৱি চিন্তিত হৈছে । আকৌ তেনেদৰে গুপুত ৰহস্য খোল খাই যোৱাৰ ভয়ত সাগৰিকাৰ সম্ভাব্য মৃত্যুৰ চিন্তাত বিদূষক চিন্তিত হৈ পৰিছে । ইয়েই হ'ল অনুমান ।]

মূল — অধিবলমভিসন্ধিঃ ————————

অনুবাদ — অভিসন্ধিকে (অর্থাৎ নায়কাদিক প্রবঞ্চনা কৰা) অধিবল কোৱা হয় ।
[নায়কাদিক ছলনা কৰা বা ছলেৰে অভিপ্রায় বুজি পোৱাকে অধিবল বোলা হয় । বাসৱদত্তা আৰু কাঞ্চনমালাৰ বেশেৰে সাগৰিকা আৰু সুসঙ্গতাৰ আগমনলৈ বাট চাই থকা ৰজা আৰু বিদূষকক ছল কৰি প্রকৃত বাসৱদত্তা আৰু কাঞ্চনমালাই তেওঁলোকৰ অভিপ্রায় জানি লৈছে । ইয়াকেই অধিবল বোলা হৈছে ।]

মূল — ———————— সংৰব্ধং তোটকং ৰচঃ ॥ ৪০ ॥

অনুবাদ — (ক্রোধাদিৰ পৰা হোৱা) আৱেগযুক্ত বচনেই তোটক ।
[তোটক হ'ল খং, হর্ষ তথা অন্যান্য কাৰণৰ দ্বাৰা উৎপন্ন আৱেগযুক্ত বচন । সাগৰিকাৰ আগমনলৈ অতি হেঁপাহেৰে বাট চাই থকা বৎসৰাজৰ প্রতি বাসৱদত্তাৰ ক্রোধ আৰু শ্লেষযুক্ত বচনবোৰেই তোটক ।]

মূল — তোটকস্যান্যথাভাৱং ব্রুৱতেহধিবলং বুধাঃ ।

অনুবাদ — বিদ্বানলোকে তোটকৰ বিপৰীত বচনকে অধিবল বুলি কৈছে ।
[কিছুমান বিদ্বানে তোটকৰ বিপৰীত ভাৱকে অধিবল বুলি কৈছে । ৰাগাদিৰ পৰা উৎপন্ন উদ্বিগ্ন বচন তোটক, তাৰ বিপৰীতে বিনয় বচন হ'ল অধিবল । 'ৰত্নাৱলী'ত ৰজাই ক্রুদ্ধা ৰাণীক বিনয় বচনেৰে প্রশমিত কৰিবলৈ বিচাৰিছে । ইয়েই অধিবল ।]

মূল — সংৰব্ধৰচনং য়ত্তু তোটকং তদুদাহৃতম্ ॥ ৪১ ॥

অনুবাদ — যিটো সংৰব্ধবচন (আৱেগাদিৰ পৰা হোৱা উদ্বিগ্ন বচন), তাক তোটকৰ ৰূপত উদাহৰণ দিয়া হৈছে ।
[এই ৪১ নং শ্লোকটো আপাত দৃষ্টিত মূলৰ নহয় যেন লাগে । কাৰণ প্রথম শাৰীত বর্ণনা কৰা অধিবলৰ স্বৰূপৰ লগত ৪০ নং শ্লোকত বর্ণনা কৰা অধিবলৰ সামঞ্জস্য নাই । পিছৰ শাৰীৰ তোটকৰ সূত্র ৪০ নং শ্লোকৰ পুনৰাবৃত্তি মাত্র । সেই কাৰণে জর্জ হাসকে আদি কৰি কোনো কোনো লোকে এই শ্লোকটো প্রক্ষিপ্ত বুলি মূল পাঠত ৰখা নাই ।]



মূল — উদ্বেগোহৰিকৃতা ভীতি ঃ —

অনুবাদ - শত্রুজনিত ভয়ক উদ্বেগ বোলা হৈছে ।
[শত্রু বা অপকাৰী ব্যক্তিৰ পৰা ওপজা ভয়েই হ'ল উদ্বেগ । বাসৱদত্তাৰ ভয়ত সাগৰিকাই উদ্বিগ্নতা প্রকাশ কৰি কৈছে যে পুণ্যহীনা তেওঁৰ নিজ ইচ্ছাত মৰিবও নোৱাৰে ।]

মূল — ———————— শঙ্কাত্রাসৌ চ সংভ্রমঃ ।

অনুবাদ — শঙ্কা আৰু ত্রাসক সংভ্রম বোলে ।
[শঙ্কিত আৰু ভীতি-বিহ্বল ভাৱকে সম্ভ্রম বোলা হয় । বাসৱদত্তাৰ বেশেৰে সাগৰিকাই আত্মহত্যা কৰিবলৈ লৈছে । তাকে দেখি ৰজা আৰু বিদূষকে বাসৱদত্তাই আত্মহত্যা কৰিছে বুলি শঙ্কাগ্রস্ত হৈ পৰিছে । ইয়েই হ'ল সম্ভ্রম ।]

মূল — গর্ভবীজসমুদ্ভেদাদাক্ষেপঃ পৰিকীর্তিতঃ ॥ ৪২ ॥

অনুবাদ — গর্ভবীজ বিশেষভাৱে প্রকট হোৱাকে আক্ষেপ বোলা হয় ।
[য'ত বীজৰ প্রকট ৰূপ দেখা পোৱা যায় তাকেই আক্ষেপ বুলি কয় । বৎসৰাজে সাগৰিকাক পাবৰ বাবে ৰাণীক সন্তুষ্ট কৰাৰ বাহিৰে অন্য উপায় নাই বুলি কৈ তেওঁক সন্তুষ্ট কৰিবলৈ বিছাৰিছে । সাগৰিকা প্রাপ্তিৰূপ ফললাভৰ বাবে ৰাণীক প্রসন্ন কৰিবলৈ ওলোৱাত গর্ভস্থ বীজ প্রকট ৰূপত দেখা পোৱা গৈছে । ইয়েই হৈছে আক্ষেপ ।

গর্ভসন্ধিৰ এই দ্বাদশ অঙ্গ পতাকা আৰু প্রাপ্ত্যাশা কার্যাৱস্থাৰ সহযোগত গঢ়ি উঠে । পতাকাৰ অভাৱত প্রাপ্ত্যাশাকে দেখুৱাব লাগে । ইয়াৰে ভিতৰত অভূতাহৰণ, মার্গ, তোটক, অধিবল আৰু আক্ষেপ এই পাঁচ বিধ প্রধানভাৱে ব্যৱহাৰ কৰা উচিত । বাকীবিলাক যথা সম্ভৱ প্রযোজ্য ।]

মূল — ক্রোধেনাৱমৃশেদ্যত্র ব্যসনাদ্বা ৱিলোভনাৎ ।
গর্ভনির্ভিন্নবীজার্থঃ সোহৱমর্শ ইতি স্মৃতঃ ॥ ৪৩ ॥

অনুবাদ – য'ত খং, অনুৰাগ বা প্ৰলোভনৰ দ্বাৰা ফলপ্ৰাপ্তিৰ বিষয়ে বিচাৰ বিবেচনা কৰা হয় আৰু গৰ্ভসন্ধিত প্ৰস্ফুটিত বীজাৰ্থৰ সম্বন্ধ দেখুওৱা হয় তাকে অৱমৰ্শসন্ধি বোলে ।

[অৱমৰ্শ শব্দটোৰ অৰ্থ হৈছে বিচাৰ, বিবেচনা বা পৰ্যালোচনা । সাধাৰণতে খং, আসক্তি বা লোভৰ দ্বাৰা এনে ধৰণৰ বিচাৰ বিমৰ্শ নিয়ন্ত্ৰিত । 'এইটো কামৰ এইটো ফল' – এনেকুৱা ফলপ্ৰাপ্তিৰ নিশ্চয়তাৰ অৱধাৰণ য'ত আছে তথা গৰ্ভসন্ধিত প্ৰকটিত হোৱা বীজাৰ্থৰ য'ত সম্বন্ধ পোৱা যায় সেই বিমৰ্শ বা পৰ্যালোচনাই অৱমৰ্শ । 'ৰত্নাৱলী'ৰ চতুৰ্থ অঙ্কত বাসৱদত্তাক সন্তুষ্ট কৰাৰ ফলত ৰত্নাৱলী প্ৰাপ্তিৰ অৱধাৰণ ৰূপ যি বিমৰ্শ তাক অগ্নিৰ উপদ্ৰৱ পৰ্যন্ত দেখুওৱা হৈছে । তেনেকৈ 'বেণীসংহাৰ'ত দুৰ্যোধনৰ ৰক্তেৰে ৰঞ্জিত ভীমসেনৰ আগমন পৰ্যন্ত এই সন্ধি পোৱা যায় । তাৰ আগেয়ে যুধিষ্ঠিৰে চিন্তা কৰি কৈছিল যে ভীষ্মৰূপ মহাসাগৰ যেনে তেনে পাৰ হ'ব পৰা গ'ল, দ্ৰোণাচাৰ্যৰূপ অগ্নিকো উপশম কৰিব পৰা গ'ল, কৰ্ণৰূপ ভয়ঙ্কৰ নাগৰাজ তথা শল্যকো নিবাৰণ কৰিব পৰা গ'ল, কিন্তু এতিয়া বিজয়ৰ অন্তিম মুহূৰ্তত ভীমৰ প্ৰতিজ্ঞাই (দুৰ্যোধনৰ উৰুভঙ্গ) সকলোকে সংশয়ত পেলালে । নিশ্চিত ৰূপত পাৰ পৰা বিজয়ৰ বিষয়ে এনেধৰণৰ অৱমশনেই (পৰ্যালোচনা) অৱমৰ্শসন্ধি ।

অৰ্থপ্ৰকৃতি প্ৰকৰী আৰু কাৰ্যাৱস্থা নিয়তাপ্তিৰ সংযোগৰ ফলত বিমৰ্শসন্ধি গঠিত । প্ৰকৰীৰ অবিহনে নিয়তাপ্তিৰ লগতে যুক্ত ৰাখিব লাগিব ।]

মূল – তত্ৰাপৱাদসংকেটৌ ৱিদ্ৰৱদ্ৰৱশক্তয়ঃ ।
দ্যুক্তিঃ প্ৰসঙ্গশ্ছলনং ব্যৱসায়ো ৱিৰোধনম্ ॥ ৪৪ ॥
প্ৰৰোচনা ৱিচলনমাদানং চ ত্ৰয়োদশ ।

অনুবাদ – অপৱাদ, সংযোট, বিদ্ৰৱ, দ্ৰৱ, শক্তি, দ্যুতি, প্ৰসঙ্গ, ছলন, ব্যৱসায়, বিৰোধন, প্ৰৰোচনা, বিচলন, আদান — এই তেৰটা (গৰ্ভসন্ধিৰ অঙ্গ) ।

মূল – দোষপ্ৰখ্যাহপৱাদঃ স্যাৎ ——————

অনুবাদ – (পাত্ৰ বা পাত্ৰীৰ) দোষৰ প্ৰচাৰেই অপবাদ ।

[যিকোনো প্ৰকাৰে বীজৰ লগত সম্বন্ধ থকা কোনো চৰিত্ৰৰ দোষ প্ৰচাৰ কৰাটোৱেই বিমৰ্শসন্ধিৰ প্ৰথম অঙ্গ অপৱাদ । 'ৰত্নাৱলী'ত ৰাণী বাসৱদত্তাই প্ৰেমৰ প্ৰতিদ্বন্দ্বীৰূপে থিয় হোৱা সাগৰিকাক গোপনে লুকুৱাই থ'লে । সুসঙ্গতা, বিদূষক আৰু বৎসৰাজ উদয়নে ৰাণীৰ নিষ্ঠুৰতাৰ কথা উল্লেখ কৰি তেওঁক দোষাৰোপ কৰিছে আৰু ফলত ইয়েই অপৱাদ নাম পাইছে ।]



মূল – —————— সংঘোটো ৰোষভাষণম্ ।

অনুবাদ – সংঘোট হ'ল ক্ৰোধযুক্ত বচন ।

[ক্ৰোধযুক্ত কথোপকথনক সংঘোট বুলি কয় । 'বেণীসংহাৰ'ত ভীমৰ দুৰ্বচন সহ্য কৰিব নোৱাৰি দুৰ্যোধন ক্ৰোধপূৰ্ণ বচনেৰে ভীমৰ লগত দ্বন্দযুদ্ধলৈ আগবাঢ়ি আহিছে । ইয়াত দুয়োৰে খঙাল উক্তি-প্ৰত্যুক্তিত বিজয়ৰূপী 'বীজ' নিহিত হৈ সম্ফোট নাম পাইছে ।]

মূল – ৱিদ্ৰৱো ৱধবন্ধাদিঃ ——————

অনুবাদ – বধ বা বন্ধন আদিৰ বৰ্ণনা হ'ল বিদ্ৰৱ ।

[কোনো পাত্ৰৰ হত্যা, বন্ধন, ভয়ত পলায়ন আদিৰ বৰ্ণনাত্মক অঙ্গটোৰ নাম হ'ল বিদ্ৰৱ । 'ৰত্নাৱলী'ত ৰাণী বাসৱদত্তাই সাগৰিকাক লুকুৱাই থোৱা অট্টালিকাত দাউ দাউ জুই জ্বলি উঠিল । ৰাণী ভয়ত বিতত হৈ পৰিল । সাগৰিকাৰ বন্ধন তথা বধ দুয়োটা প্ৰকাশ পোৱাই হ'ল বিদ্ৰৱ ।]

২৪৭ (সা)

মূল – —————— দ্ৰৱো গুৰুতিৰস্কৃতিঃ ॥ ৪৫ ॥

অনুবাদ – গুৰু বা শ্ৰেষ্ঠজনক তিৰস্কাৰ কৰাকে দ্ৰৱ বোলে ।

[গুৰুজন, মান্যজন, অথবা শ্ৰেষ্ঠজনক অপমান কৰা অঙ্গটোৰ নাম হৈছে দ্ৰৱ । 'উত্তৰৰামচৰিত'ত লৱই গুৰুস্বৰূপ ৰামক স্ত্ৰীবধৰ (তাৰকা ৰাক্ষসী) কাৰণে, খৰৰ লগত যুদ্ধ কৰোঁতে তিনি খোজ পিছুলৈ অহা বাবে আৰু বালিক অন্যায়ভাৱে বধ কৰা কাৰণে তিৰস্কাৰ কৰিছে ।]

মূল– ৱিৰোধশমনং শক্তিঃ ——————

অনুবাদ – বিৰোধৰ উপশম শক্তি ।

[বিৰোধ বা বৈৰভাৱৰ উপশম হোৱাকে শক্তি বুলি কয় । ৰত্নাৱলী'ত সাগৰিকাৰ প্ৰতি ৰজাৰ তীব্ৰ অনুৰাগ দেখা পাই ৰাণী অত্যন্ত কোপিতা হৈ পৰিছে । ৰজাৰ প্ৰিয়বচন, অনুকূল আচৰণ তথা সখীসকলৰ বুজনিতো ৰাণীৰ খং মাৰ যোৱা নাই । শেষত ৰাণীয়ে নিজৰ চকুলোৰে সেই খং ধুই পেলাইছে । ইয়েই হ'ল শক্তি । তেনেকৈ 'উত্তৰৰামচৰিত'ত চন্দ্ৰকেতু আৰু লৱৰ মাজত প্ৰচণ্ড যুদ্ধ চলি থাকোঁতে ৰামৰ আগমনত লৱৰ খং নাইকিয়া হ'ল । তাৰ বিপৰীতে ৰামৰ শান্ত সৌম্য ব্যক্তিত্বত লৱ মুগ্ধ হৈ পৰিছে । ইয়াক শক্তি বোলা হৈছে ।]

মূল — ———— তৰ্জনোদ্বেজনে দ্যুতিঃ ।

অনুবাদ — তৰ্জন-গৰ্জন আৰু ভীতি উৎপাদক বচনেই দ্যুতি ।

[তৰ্জন-গৰ্জন আৰু ভীতিজনক বচনকে দ্যুতি বুলি কোৱা হয় । 'বেণীসংহাৰ'ত ভীমৰ তৰ্জন-গৰ্জনেৰে জলাশয়ত লুকাই থকা দৰ্যোধনক পাণ্ডৱৰ বিজয়ৰ অনুকূলে যুদ্ধৰ বাবে সাজু কৰি তুলিছে ।]

মূল — গুৰুকীৰ্তনং প্ৰসঙ্গ ————

অনুবাদ — গুৰুজনৰ (মহান পূৰ্বজসকলৰ) কীৰ্তনক (মহিমা কীৰ্তনক) প্ৰসঙ্গ বোলা হয় ।

[গুৰুজন, উচ্চ পৰম্পৰা বা বংশমৰ্যাদাদিৰ মহিমা কীৰ্তন কৰাকে প্ৰসঙ্গ বোলে । 'মৃচ্ছকটিক'ত চাণ্ডালদ্বয়ে বধ্য স্থানলৈ লৈ যোৱা অৱস্থাত চাৰুদত্তই নিজৰ বংশ মৰ্যাদাৰ গুণানুকীৰ্তন কৰিছে । ইয়েই হৈছে প্ৰসঙ্গ ।]

মূল — ———— ছলনং চাৱমাননম্ ॥ ৪৬ ॥

অনুবাদ — অপমান বা অৱহেলাই হ'ল ছলন ।

[পাত্ৰ-পাত্ৰীক অপমান, তিৰস্কাৰ কৰাকে ছলন বুলি কোৱা হৈছে । ৰজাক নজনোৱাকৈ ৰাণী বাসৱদত্তাই সাগৰিকাক উজ্জয়িনীলৈ নিৰ্বাসন দিলে আৰু ইয়াৰ দ্বাৰা ৰজাক অপমানিত কৰা হোৱাত ই ছলন নাম পাইছে ।]

মূল — ব্যৱসায়ঃ স্বশক্ত্যুক্তি ————

অনুবাদ — আত্মশক্তিৰ কথনক ব্যৱসায় বোলে ।

[আত্মশক্তিৰ কথনেৰে কাৰ্য সাধন আৰু নিষ্পত্তি বুজোৱাকে ব্যৱসায় বোলে । 'ৰত্নাৱলী'ত ঐন্দ্ৰজালিকৰ আত্মশক্তিৰ উক্তিৰ দ্বাৰা মিথ্যা অগ্নি প্ৰজ্বলিত কৰি নায়ক-নায়িকাৰ মিলনৰ বাবে অনুকূল পৰিবেশ তৈয়াৰ কৰি দিছে । ইয়েই হৈছে ব্যৱসায় ।]

মূল — ———————— সংৰব্ধানাং ৱিৰোধনম্ ।

অনুবাদ — ক্ৰোধাভিভূত পাত্ৰৰ নিজৰ নিজৰ আত্মশক্তি কথনকে বিৰোধন বোলে ।



[ক্ৰোধন্বিত পাত্ৰৰ পৰস্পৰ আত্মশ্লাঘাই হৈছে বিৰোধন 'বেণীসংহাৰ'ত ভীম আৰু দুৰ্যোধনৰ পৰস্পৰৰ প্ৰতি নিক্ষেপ কৰা ক্ৰোধযুক্তবচনবোৰেই বিৰোধৰ সুন্দৰ উদাহৰণ ।]

মূল — সিদ্ধামন্ত্ৰণতো ভাৱিদৰ্শিকা স্যাৎ প্ৰৰোচনা ॥ ৪৭ ॥

অনুবাদ — সিদ্ধপুৰুষৰ বচনেৰে ভাৱীকাৰ্যৰ প্ৰদৰ্শনক প্ৰৰোচনা বোলা হয় ।

[কোনো সিদ্ধলোকৰ ভৱিষ্যৎৱাণীত অচিৰে সম্পাদিত হ'ব লগা কাৰ্যৰ ৰূপৰেখা দৰ্শিত হ'লে, তেতিয়া প্ৰৰোচনা নাম পায় । 'বেণীসংহাৰ'ত পাঞ্চালকৰ উক্তিত কৃষ্ণৰ (সিদ্ধৰ) ভৱিষ্যৎৱাণীৰ উল্লেখ আছে য'ত যুধিষ্ঠিৰৰ ৰাজ্যাভিষেক আৰু দ্ৰৌপদীৰ কেশবন্ধনৰূপ ভাৱী কাৰ্যৰ ফল দেখুওৱা হৈছে । ইয়েই হৈছে প্ৰৰোচনা ।

মূল — ৱিকথনা ৱিচলনম্ ————

অনুবাদ — আত্মশ্লাঘাই বিচলন ।

[নিজৰ গুণ আৰু কাৰ্য নিজে প্ৰশংসা কৰা বচনক বিচলন বোলা হয় । 'ৰত্নাৱলী'ত যৌগন্ধৰায়ণে সমস্ত কৃতিত্বৰ দাবী যে তেৱেঁ কৰিব পাৰে তাক উল্লেখ কৰিছে ।]

মূল — ———— আদানং কাৰ্যসংগ্ৰহঃ ।

অনুবাদ — সমস্ত কাৰ্যৰ সংগ্ৰহক আদান বোলে ।

[সমস্ত কাৰ্যৰ উপসংহাৰেই হ'ল আদান । 'বেণীসংহাৰ'ত দুৰ্যোধনক বধ কৰি ৰক্তাক্ত ভীম ঘূৰি আহিছে । পাণ্ডৱৰ সৈনিক আৰু সম্বন্ধীসকলে ৰাক্ষস বুলি ভয়তে মৃত হাতী-ঘোঁৰাৰ আঁৰত লুকাইছে । তেতিয়া ভীমে চিঞৰি চিঞৰি শত্ৰুবধৰ খবৰ দি তেওঁলোকক অভয় দিছে । এই উক্তিৰ দ্বাৰা সম্পূৰ্ণৰূপে শত্ৰু বধৰূপী কাৰ্যৰ সংগৃহীত হোৱাত আদান নামৰ অৱমৰ্শসন্ধি হৈছে ।

অৱমৰ্শসন্ধিৰ এই তেৰটা অঙ্গৰ ভিতৰত অপৱাদ, শক্তি, ব্যৱসায়, প্ৰৰোচনা, আৰু আদান — এই পাঁচোটা প্ৰধান আৰু ৰূপকত ইহঁতৰ প্ৰয়োগ অৱশ্যে প্ৰয়োজনীয় । বাকীবিলাক যথা সম্ভৱ ব্যৱহাৰ কৰিব লাগে ।]

মূল — বীজৱন্তো মুখাদ্যৰ্থা ৱিপ্ৰকীৰ্ণা য়থায়থম্ ॥ ৪৮ ॥
ঐকাৰ্থ্যমুপনীয়ন্তে য়ত্ৰ নিৰ্ৱহণং হি তৎ ।

অনুবাদ — মুখাদি সন্ধিত যথাযথভাৱে বিক্ষিপ্ত বীজ একাৰ্থ সাধনৰ (মুখ্য ফলপ্ৰাপ্তিৰ বাবে) বাবে য'ত মিলিত হয় সিয়েই নিৰ্বহণ সন্ধি ।
[মুখাদি চাৰি সন্ধিত কথাবীজ নিক্ষিপ্ত হৈছিল । এতিয়া মুখ্য প্ৰয়োজন সাধনৰ বাবে একসূত্ৰত বদ্ধ হৈ ফল নিস্পত্তি কৰিছে । ফলত ই নিৰ্বহণ বা উপসংহাৰ সন্ধি নাম পাইছে ।

'বেণীসংহাৰ'ত কঞ্চুকীয়ে যুধিষ্ঠিৰৰ আগত দুৰ্যোধনৰ ৰক্তেৰে ৰক্তাক্ত ভীমৰ আগমনৰ কথা কৈছে । ইয়াত দ্ৰৌপদীৰ কেশবন্ধন তথা যুধিষ্ঠিৰৰ ৰাজ্য লাভৰূপ যি বীজ প্ৰথম চাৰিটা সন্ধিত নিক্ষিপ্ত কৰা হৈছিল, সি এতিয়া ফলৰ উৎপাদনাৰ্থে একীভূত হৈ নিৰ্বহণ সন্ধি হৈছে ।]

মূল — সন্ধিৰ্বিবোধো গ্ৰথনং নিৰ্ণয়ঃ পৰিভাষণম্ ॥ ৪৯ ॥
প্ৰসাদানন্দসময়াঃ কৃতিভাষোপগূহণা ঃ ।
পূৰ্বভাৱোপসংহাৰৌ প্ৰশস্তিশ্চ চতুৰ্দশ ॥ ৫০ ॥

অনুবাদ — সন্ধি, বিবোধ, গ্ৰথন, নিৰ্ণয়, পৰিভাষণ, প্ৰসাদ, আনন্দ, সময়, কৃতি, ভাষ বা ভাষণ, উপগূহন, পূৰ্বভাৱ, উপসংহাৰ আৰু প্ৰশস্তি — এই চৈধ্যটা নিৰ্বহণসন্ধিৰ অঙ্গ ।

মূল — সন্ধিবীজোপগমনম্ ————

অনুবাদ — নাট্যবীজৰ উপগম অৰ্থাৎ পুনৰুদ্ভাৱনক সন্ধি বোলে ।
[মুখাদি সন্ধিত নিহিত নাট্যবীজৰ পুনৰ উদ্ভাৱন হোৱাকে সন্ধি বোলা হয় । 'ৰত্নাৱলী'ত সাগৰিকাক দেখি বসুভূতিয়ে বাভ্ৰব্যক কৈছে – 'এয়া দেখোন ৰাজপুত্ৰীৰ (ৰত্নাৱলী, সিংহলৰ ৰাজকুমাৰীৰ) নিচিনা লাগিছে ।' বাভ্ৰব্যয়ো তেওঁক সমৰ্থন জনাইছে । এনেকৈ হেৰাই যোৱা নায়িকাৰূপ নাট্যবীজৰ পুনৰ উদ্ভাৱন হোৱাটোৱে সন্ধি নামৰ নিৰ্বাহণসন্ধিৰ প্ৰথম অঙ্গ ।]

মূল — ———————— ৱিবোধঃ কাৰ্য্যমাৰ্গনম্ ।

অনুবাদ — কাৰ্য বা ফলৰ অন্বেষণেই বিবোধ ।
[হেৰাই যোৱা নাট্য কাৰ্য বা ফলৰ অনুসন্ধান বা অন্বেষণ কৰাকে ৱিবোধ বোলা হয় । বসুভূতিয়ে সাগৰিকাক দেখি তেওঁ কোন জানিব বিচাৰি নাট্যবীজৰ অন্বেষণ কৰিছে । গতিকে ইয়েই বিবোধ ।]



মূল — গ্ৰথনং তদুপক্ষেপো ————

অনুবাদ — কাৰ্য উপসংহাৰক (একত্ৰ সমাহিত) গ্ৰথন বোলা হয় ।
[অন্বেষিত কাৰ্যৰ উপসংহাৰ বা একত্ৰ সমাৱেশ হ'লে গ্ৰথন বুলি কোৱা হয় । 'ৰত্নাৱলী'ত যৌগন্ধৰায়ণে ৰজাক কৈছে,– 'মহাৰাজ ! ক্ষমা কৰক । আপোনাৰ অজ্ঞাতে এইবিলাক কৰা হ'ল ।' ব্যসৰাজৰ ৰত্নাৱলী প্ৰাপ্তিৰূপ কাৰ্যৰ উপক্ষেপ বা উপসংহাৰ কৰা বাবেই ইয়াক গ্ৰথন নাম দিয়া হৈছে ।]

মূল — ———————— হনুভূতাখ্যা তু নিৰ্ণয়ঃ ॥ ৫১ ॥

অনুবাদ — অনুভূত কাৰ্যৰ বিৱৰণক নিৰ্ণয় বোলে ।
[নিৰ্ণয় হ'ল অনুভূত বা স্বসম্পাদিত কাৰ্যৰ বিৱৰণ । মন্ত্ৰী যৌগন্ধৰায়ণে বৎসৰাজৰ উন্নতিকল্পে কৰা প্ৰতিটো কাৰ্যৰ বৰ্ণনা ডাঙি ধৰিছে । তাকেই কোৱা হৈছে নিৰ্ণয় বুলি ।]

মূল — পৰিভাষা মিথো জল্পঃ ————

অনুবাদ — পৰস্পৰ আলাপেই হৈছে পৰিভাষণ ।
[কাৰ্যসিদ্ধিৰ সূচনা কৰা পৰস্পৰ আলাপক কোৱা হৈছে পৰিভাষণ বুলি । সাগৰিকাক কৰা নিষ্ঠুৰ ব্যৱহাৰৰ বাবে ৰাণী বাসৱদত্তা সকলোৰে আগত বিশেষকৈ ৰজাৰ আগত অত্যন্ত লজ্জিত হৈ পৰিছে আৰু সাগৰিকাৰ বান্ধোন খুলি দিবলৈ ৰজাক অনুৰোধ কৰিছে । বাসুভূতিক ৰাণীয়ে পুনৰ কৈছে যে যৌগন্ধৰায়ণে তেওঁক এনে নিষ্ঠুৰ হ'বলৈ বাধ্য কৰিলে কিয়নো মন্ত্ৰীয়ে জানি শুনিও তেওঁক সেই কথা ন'কলে । এনে ধৰণৰ কাৰ্যসিদ্ধিৰ পৰিপোষক পৰস্পৰ বাৰ্তালাপেই হৈছে পৰিভাষণ ।]

মূল — ———— প্ৰসাদঃ পৰ্যুপাস নম্ ।

অনুবাদ — প্ৰসন্ন কৰাকে পৰ্যুপাসনম্ বোলা হয় ।
[কোনো পাত্ৰৰ দ্বাৰা নায়কাদিক প্ৰসাদন বা প্ৰসন্ন কৰা দেখুৱালে পৰ্যুপাসন নাম পায় । যৌগন্ধৰায়ণে 'মহাৰাজ ! ক্ষমা কৰিব' ইত্যাদি বাক্যৰ দ্বাৰা ৰজাক প্ৰসন্ন কৰিবলৈ চেষ্টা কৰা অঙ্গটোক কোৱা হৈছে পৰ্যুপাসন বুলি ।]

মূল — আনন্দো ৱাঞ্ছিতাৱাপ্তিঃ ——

অনুবাদ — বাঞ্ছিত বস্তুৰ প্ৰাপ্তিৰ নাম আনন্দ ।
[আনন্দ হ'ল ইপ্সিত বস্তুৰ প্ৰাপ্তি । বৎসৰাজৰ বাঞ্ছিতা ৰত্নাৱলীক লাভ কৰা অঙ্গটোৰ নাম আনন্দ ।]

মূল — ——————— সময়ো দুঃখনির্গমঃ ॥ ৫২ ॥

অনুবাদ — দুখৰ অৱসানক সময় বোলা হয় ।
[পাত্ৰ-পাত্ৰীৰ দুখৰ অৱসান হোৱাকে সময় বুলি কয় । বাসৱদত্তাই ৰত্নাৱলীক ভগ্নী বুলি সাৱটি লৈছে আৰু দুই ভগ্নীৰ সমাগমত দুখ দূৰ হোৱাত সময় নামৰ অঙ্গটো হৈছে ।]

মূল — কৃতির্লব্ধার্থশমনম্ ————

অনুবাদ — প্ৰাপ্য বস্তুৰ ফলত ওপজা শান্তি অথবা প্ৰাপ্য বস্তুৰ স্থিৰীকৰণেই কৃতি ।
[প্ৰয়োজন প্ৰাপ্তিৰ দ্বাৰা উৎপন্ন শান্তি বা এই প্ৰাপ্তিৰ স্থিৰীকৰণকে কৃতি বোলা হয় । 'ৰত্নাৱলী'ত ৰজা উদয়নৰ ৰত্নাৱলী প্ৰাপ্তিৰূপ শান্তিয়েই কৃতি । প্ৰাপ্য বস্তুৰ স্থিৰীকৰণৰ উদাহৰণ 'বেণীসংহাৰ'ত পোৱা যায় । তাত কৃষ্ণৰ উক্তিত যুধিষ্ঠিৰৰ ৰাজ্য প্ৰাপ্তিৰ স্থিৰীকৰণ অভিষেকমঙ্গলৰ দ্বাৰা দেখুওৱা হৈছে । গতিকে ইয়াক কৃতি বোলা হৈছে ।]

মূল — ——————— মানাদ্যাপ্তিশ্চ ভাষণম্ ।

অনুবাদ — সম্মানাদিৰ প্ৰাপ্তিক ভাষণ বোলা হয় ।
[মান সম্মান আদিৰ প্ৰাপ্তিয়েই ভাষণ । 'ৰত্নাৱলী'ত ৰজাই 'ইয়াতকৈ প্ৰিয় আৰুনো কি পাবলৈ আছে ?' বুলি কৈ প্ৰাপ্য বস্তু বিলাকৰ কথা কৈছে । বৎসৰাজে মান, অৰ্থ, কাম আদি সকলোখিনি লাভ কৰাত ই ভাষণ নাম পাইছে ।]

মূল — কাৰ্যদৃষ্ট্যদ্ভুতপ্ৰাপ্তী পূৰ্ৱভাৱোপগূহনে ॥ ৫৩ ॥

অনুবাদ — কাৰ্য দৰ্শনক পূৰ্ৱভাৱ আৰু অদ্ভুত বস্তুৰ লাভক উপগূহন বোলে ।
[পূৰ্ৱভাৱ হ'ল মুখ্যফলৰ স্পষ্ট দৰ্শন । যৌগন্ধৰায়ণৰ অভিপ্ৰায় (ৰত্নাৱলী আৰু উদয়নৰ বিবাহ) বুজি পাই হাঁহি হাঁহি স্পষ্ট ভাষাত বাসৱদত্তাৰ অনুমোদনেই হৈছে পূৰ্ৱভাৱ ।



অদ্ভুত বস্তুৰ প্ৰাপ্তিয়েই হ'ল উপগূহন । দ্ৰৌপদীৰ কেশবন্ধনৰ লগে লগে যুদ্ধৰ সমাপ্তি ঘটিছে আৰু জীৱিত ৰজাসকলৰ কল্যাণ হওক বুলি নেপথ্যত কোনোবাই কৈছে । যুধিষ্ঠিৰে তাকে শুনি দৌপদীক কৈছে যে সিদ্ধজনেও তেওঁক অভিবাদন জনাইছে । এনেদৰে দৌপদীৰ অদ্ভুত অৰ্থপ্ৰাপ্তি হোৱাত ইয়াক উপগূহন নাম দিয়া হৈছে ।]

মূল — বৰাপ্তিঃ কাব্যসংহাৰঃ ————

অনুবাদ — শ্ৰেষ্ঠ বস্তুৰ লাভ বা বৰ প্ৰাপ্তিক কাব্যসংহাৰ বোলা হৈছে ।
[শ্ৰেষ্ঠ বস্তুৰ প্ৰাপ্তি অথবা নায়কাদিৰ বৰ প্ৰাপ্তিক কাব্যসংহাৰ নাম দিয়া হৈছে । 'ৰত্নাৱলী'ত যৌগন্ধৰায়ণে 'মই আপোনাৰ আৰু কি উপকাৰ কৰিব পাৰোঁ' বুলি কৈ কাৰ্য সমাপ্তিৰ সূচনা দিছে । কাব্যাৰ্থৰ উপসংহাৰ বুজোৱাত ই হৈছে কাব্যসংহাৰ ।]

মূল — ——————— প্ৰশস্তিঃ শুভশংসনম্ ।

অনুবাদ — কল্যাণ কামনাই প্ৰশস্তি ।
[কল্যাণ বা শুভকামনাই প্ৰশস্তি । উদাহৰণ স্বৰূপে 'বেণীসংহাৰ'ত উদাৰহৃদয়ৰ লোক শতায়ু হওক ; ঈশ্বৰত দৃঢ় ভক্তি হওক ; ৰজা সকলোৰে প্ৰিয়, সজ্জনৰ মিত্ৰ, গুণজ্ঞ, শুভকৰ্মকাৰী, ভাল শাসন কৰ্তা হওক' বুলি শুভকামনা কৰিছে । ইয়াকে প্ৰশস্তি বোলা হয় ।
নিৰ্ব্বাহণসন্ধিৰ সকলোখিনি অঙ্গৰে ব্যৱহাৰ আৱশ্যক ।]

মূল — উক্তাঙ্গানাং চতুঃষষ্টিঃ ষোঢ়া চৈষাং প্ৰয়োজনম্ ॥ ৫৪ ॥

অনুবাদ — এনেদৰে বৰ্ণিত সন্ধিৰ এই চৌষষ্ঠি বিধ অঙ্গৰ প্ৰয়োজন ছয় প্ৰকাৰৰ ।

মূল — ইষ্টস্যাৰ্থস্য ৰচনা গোপ্যগুপ্তিঃ প্ৰকাশনম্ ।
ৰাগঃ প্ৰয়োগস্যাশ্চৰ্যং বৃত্তান্তস্যানুপক্ষয়ঃ ॥ ৫৫ ॥

অনুবাদ — (প্ৰয়োজন সমূহ) অভীপ্সিত অৰ্থৰ নিবন্ধন বা ৰচনা, গোপনীয় কথাবস্তুৰ গোপন, প্ৰকাশযোগ্যতাৰ প্ৰকাশ, (অভিনয়ৰ যোগেদি দৰ্শকৰ) অনুৰাগ বা আকৰ্ষণ বৃদ্ধি কৰা, চমৎকাৰিতাৰ প্ৰয়োগ আৰু বৃত্ত বা ঘটনাৰ বিস্তৃতি ।
[সন্ধিৰ এই অঙ্গবিলাকে নাট্য ৰচনাক উৎকৃষ্ট ৰূপ দিয়ে বাবে ইহঁতৰ প্ৰয়োগ

অৱশ্যে কৰণীয় । আচাৰ্য ভৰতে এনে ধৰণে কৈছে – "যেনেকৈ অঙ্গহীন মানুহে যুদ্ধ আৰম্ভ কৰিব নোৱাৰে, তেনেকৈ অঙ্গৰহিত কাৰ্য প্ৰয়োগৰ যোগ্য নহয় । হীন অৰ্থ যুক্ত কাব্যতো উপযুক্ত অঙ্গ থাকিলে, সেই প্ৰদীপ্ত অঙ্গসমূহৰ দ্বাৰা সেই কাব্যৰ শোভা বৃদ্ধি পায়, তাত কোনো সন্দেহ নাই । উৎকৃষ্ট কাব্য যদি অঙ্গ হীন হয়, তাক প্ৰয়োগ কৰিব নোৱাৰি । ফলত বিদ্বৎজনৰ মন আকৰ্ষণ কৰিব নোৱাৰে । সেইবাবে ৰস আৰু বিধান অনুসাৰে কবিয়ে এই অঙ্গবিলাকৰ যথা প্ৰয়োগ কৰিব লাগে ।" (নাট্যশাস্ত্ৰ ; ১৯। ৫৩-৫৬)]

মূল – দ্বেধা বিভাগঃ কৰ্তব্যঃ সৰ্বস্যাপীহ বস্তুনঃ ।
সূচ্যমেৱ ভৱেৎ কিঞ্চিৎ দৃশ্যশ্ৰাব্যমথাপৰম্ ॥ ৫৬ ॥

অনুবাদ – (নাট্যত) সমগ্ৰ কথাবস্তু দুভাগত ভগোৱা উচিত । এবিধ সূচ্য (সূচনীয়, সূচনাৰ যোগ্য) আৰু আনবিধ দৃশ্য-শ্ৰাব্য ।

[সমগ্ৰ কথাবস্তু (আধিকাৰিক আৰু প্ৰাসঙ্গিক –দুয়োবিধকে) সূচনীয় আৰু দৃশ্য-শ্ৰাব্য – এই দুভাগত ভাগ কৰিছে । কথাবস্তুৰ যিবিলাক অংশ অভিনয় যোগ্য অৰ্থাৎ প্ৰত্যক্ষৰূপত দৰ্শনীয় তাক দৃশ্য-শ্ৰাব্য বোলা হৈছে । যি অংশ সূচনাৰ যোগ্য, সেই অভিনহীন অংশটোক সূচ্য বোলা হৈছে । ই কাহিনীৰ জ্ঞাপক মাত্ৰ ।]

মূল – নীৰসোহনুচিতস্তত্ৰ সংসূচ্যো বস্তুবিস্তৰঃ ।
দৃশ্যস্তু মধুৰোদাত্তৰসভাৱ নিৰন্তৰঃ ॥ ৫৭ ॥

অনুবাদ – (নাট্যৰ) কথাবস্তুৰ যি ভাগ নীৰস আৰু অনুচিত সেই ভাগ সূচনীয় (সংবাদ আদি দ্বাৰা সূচনা কৰিব লাগে ।) । মধুৰ, উদাত্ত আৰু ৰস আৰু ভাৱ যুক্ত ভাগ দৃশ্য (মঞ্চত অভিনয়ৰ যোগেদি দেখুৱাব লাগে ।) ।

মূল – অৰ্থোপক্ষেপকৈঃ সূচ্যং পঞ্চভিঃ প্ৰতিপাদয়েৎ ।
বিষ্কম্ভচূলিকাঙ্কাস্যাঙ্কাৱতাৰপ্ৰৱেশকৈঃ ॥ ৫৮ ॥

অনুবাদ – সূচ্যবস্তু বিষ্কম্ভক, চূলিকা, অঙ্কাস্য, অঙ্কাৱতাৰ আৰু প্ৰৱেশক — এই পাঁচ বিধ অৰ্থোপক্ষেপকৰ (সূচকৰ) দ্বাৰা সূচনা কৰা উচিত ।

মূল – বৃত্তৱৰ্তিষ্যমাণানাং কথাংশানাং নিদৰ্শকঃ ।
সংক্ষেপাৰ্থস্তু বিষ্কম্ভো মধ্যপাত্ৰপ্ৰয়োজিতঃ ॥ ৫৯॥



অনুবাদ – অতীত বা ভৱিষ্যতৰ কথাবস্তুৰ মধ্যপাত্ৰৰ দ্বাৰা সংক্ষেপে সূচনা কৰা সূচকক বিষ্কম্ভক বোলে ।

মূল – একানেককৃতঃ শুদ্ধঃ সংকীৰ্ণো নীচমধ্যমৈঃ ।

অনুবাদ – (মধ্যম পাত্ৰৰ) এজন বা অনেকৰ দ্বাৰা প্ৰয়োজিত হ'লে শুদ্ধ আৰু মধ্য আৰু নীচপাত্ৰৰ দ্বাৰা প্ৰয়োজিত হ'লে সংকীৰ্ণ হয় ।

[এক বা একাধিক মধ্যম পাত্ৰ থাকিলে বিজাতীয় সংস্পৰ্শৰ অভাৱত বিষ্কম্ভক শুদ্ধ অৱস্থাত থাকে । কিন্তু মধ্যম পাত্ৰ আৰু নীচ পাত্ৰৰ সংমিশ্ৰণত (নীচপাত্ৰৰ প্ৰাকৃত ভাষাৰ ব্যৱহাৰ আদিৰে) ই সংকীৰ্ণ বা মিশ্ৰ হয় । 'উত্তৰৰামচৰিত'ত দ্বিতীয় আৰু তৃতীয় অঙ্কৰ আৰম্ভণিত শুদ্ধ বিষ্কম্ভক আৰু চতুৰ্থ আৰু ষষ্ঠ অঙ্কৰ আৰম্ভণিত মিশ্ৰ বিষ্কম্ভক পোৱা যায় ।]

মূল – তাদ্বদেৱানুদাত্তোক্ত্যা নীচপাত্ৰপ্ৰয়োজিতঃ ॥ ৬০ ॥
প্ৰৱেশোহঙ্কদ্বয়স্যান্তঃ শেষাৰ্থস্যোপসূচকঃ ।

অনুবাদ – তেনেদৰে (বিষ্কম্ভকৰ দৰে) অনুদাত্ত ভাষাত (সংস্কৃত-ভিন্ন নিম্নভাষাত) নীচ পাত্ৰৰ দ্বাৰা অঙ্কৰ মাজত প্ৰয়োজিত শেষ অৰ্থ (বিষ্কম্ভকে বুজাব নোৱাৰা) সূচনা কৰা সূচকক প্ৰৱেশক বোলে ।

[বিষ্কম্ভকে সূচনা কৰিব নোৱাৰা অংশ প্ৰৱেশকৰ দ্বাৰা নীচপাত্ৰই সংস্কৃতভিন্ন অৰ্থাৎ প্ৰাকৃত ভাষাত প্ৰয়োজিত কৰিব । যেহেতু ই দুটা অঙ্কৰ মাজত থাকে বাবে প্ৰথম অঙ্কৰ আৰম্ভণিত বিষ্কম্ভকৰ দৰে থাকিব নোৱাৰিব ।]

মূল – অন্তৰ্জৱনিকাসংস্থৈশ্চূলিকাৰ্থস্য সূচনা ॥ ৬১ ॥

অনুবাদ – নেপথ্যৰ ভিতৰত থকা পাত্ৰই কথাবস্তুৰ সূচনা কৰিলে চূলিকা বোলে ।

[চূলিকা হ'ল নেপথ্যৰ পাত্ৰৰ দ্বাৰা কথাংশ সূচনা । 'উত্তৰৰামচৰিত'ত দ্বিতীয় অঙ্কৰ আৰম্ভণিতে নেপথ্যৰ পৰা তপস্বিনীক (আত্ৰেয়ীক) স্বাগত জনাইছে । তাৰ পিছতহে আত্ৰেয়ীয়ে প্ৰৱেশ কৰিছে । এনেকৈ নেপথ্যৰ পৰা (বাসন্তীৰ দ্বাৰা) আত্ৰেয়ীৰ আগমন সূচনা কৰা বাবে ইয়াক চূলিকা বোলা হৈছে ।]

মূল – অঙ্কান্তপাত্ৰৈৰঙ্কাস্যং ছিন্নাঙ্কস্যাৰ্থসূচনাৎ ।

অনুবাদ – কোনো অঙ্কৰ সমাপ্তিৰ সময়ত নিৰ্দিষ্ট পাত্ৰৰ দ্বাৰা বিচ্ছিন্ন অৰ্থৰ সূচনা দিয়াকে অঙ্কাস্য বোলা হয় ।
[অঙ্কান্তপাত্ৰ হৈছে অঙ্কৰ শেষত অহা পাত্ৰ । তেনেকুৱা পাত্ৰৰ দ্বাৰা সেই অঙ্কত বিচ্ছিন্ন হোৱা আৰু আগামী অঙ্কত আৰম্ভ হ'ব লগীয়া কথাবস্তুৰ সূচনা দিয়াকে অঙ্কাস্য বোলা হয় । 'মহাবীৰচৰিত'ৰ দ্বিতীয় অঙ্কৰ শেষত সুমন্ত্ৰই শতানন্দ আৰু জনকক বশিষ্ঠ, বিশ্বামিত্ৰ আৰু পৰশুৰামে লগ পাব বিচাৰিছে বুলি জনালত তেওঁলোক তালৈ প্ৰস্থান কৰিছে আৰু ইয়াতে দ্বিতীয় অঙ্কটো সামৰণি পৰিছে । তৃতীয় অঙ্কটো বশিষ্ঠ, বিশ্বামিত্ৰ আৰু পৰশুৰাম বহি থকা অৱস্থাত আৰম্ভ হৈছে । এনেকৈ পূৰ্ব অঙ্কৰ সুমন্ত্ৰৰ সূচনাৰে উত্তৰ অঙ্কৰ (তৃতীয় অঙ্কৰ) পাতনি মেলাকে অঙ্কাস্য বোলে ।]

মূল – অঙ্কাৱতাৰস্ত্বঙ্কান্তে পাতোঽঙ্কস্যাৱিভাগতঃ ॥ ৬২ ॥

অনুবাদ – পূৰ্ব অঙ্কৰ কথাবস্তু অবিচ্ছেদ ৰূপত পিছৰ অঙ্কত অৱতৰণ হোৱাকে অঙ্কৱতাৰ বোলে ।
[পূৰ্ব অঙ্কত উল্লিখিত পাত্ৰ উত্তৰ অঙ্কতো কেতিয়াবা কথাবস্তুৰ বিচ্ছেদ নেহোৱাকৈ অৱতীৰ্ণ হয় । সিয়েই অঙ্কাৱতাৰ । 'মালৱিকাগ্নিমিত্ৰ'ৰ বিদূষকৰ উক্তিৰ দ্বাৰা প্ৰথম অঙ্কৰ কথা অবিচ্ছিন্ন ৰূপত দ্বিতীয় অঙ্কত অৱতীৰ্ণ হৈছে । এয়ে অঙ্কাৱতাৰৰ উদাহৰণ ।]

মূল – এভিঃ সংসূচয়েৎ সূচ্যং দৃশ্যমঙ্কৈঃ প্ৰদৰ্শয়েৎ ।

অনুবাদ – সূচনীয় কথাবস্তু এইবিলাকৰ দ্বাৰা (বিষ্কম্ভবাদি) আৰু দৃশ্য কথাবস্তু অঙ্কৰ দ্বাৰা প্ৰদৰ্শন কৰা উচিত ।

মূল – নাট্যধৰ্মমপেক্ষ্যৈতৎপুনৰ্বস্তু ত্ৰিধেষ্যতে ॥ ৬৩ ॥

অনুবাদ – নাট্যধৰ্মৰ (নাট্যৰ প্ৰকৃতি, অভিনয়ৰ মৰ্যাদা আদিৰ) ফালৰ পৰা কথাবস্তু পুনৰ তিনি ভাগত ভগোৱা হৈছে ।

মূল – সৰ্বেষাং নিয়তস্যৈৱ শ্ৰাৱ্যমশ্ৰাৱ্যমেৱ চ ।

অনুবাদ – সকলো পাত্ৰই শুনিব লগীয়া (সৰ্বশ্ৰাৱ্য), নিৰ্দিষ্ট পাত্ৰই শুনিবলগীয়া (নিয়তশ্ৰাৱ্য) আৰু কোনেও শুনিব নলগীয়া (অশ্ৰাৱ্য) – এই তিনি প্ৰকাৰ ।



মূল – সৰ্বশ্ৰাৱ্যং প্ৰকাশং স্যাদশ্ৰাৱ্যং স্বগতং মতম্ ॥ ৬৪ ॥

অনুবাদ – সৰ্বশ্ৰাৱ্যক প্ৰকাশ আৰু অশ্ৰাৱ্যক স্বগত বোলা হয় ।

মূল – দ্বিধাহন্যন্নাট্যধৰ্মাখ্যং জনান্তমপৱাৰিতম্ ।

অনুবাদ – অন্য প্ৰকাৰে নাট্যধৰ্মৰ (নিয়তশ্ৰাব্যৰ) দুটা ভাগ – জনান্তিক আৰু অপবাৰিত ।

মূল – ত্ৰিপতাকাকৰেনান্যানপৱাৰ্য়ন্তৰা কথাম্ ॥ ৬৫ ॥
অন্যোন্যামন্ত্ৰণং য়ৎস্যাজ্জনান্তে তজ্জনান্তিকম্ ।

অনুবাদ – কথোপকথনৰ মাজতে ত্ৰিপতাকাৰূপী হাতৰ মুদ্ৰাৰ দ্বাৰা কোনো পাত্ৰক আঁতৰাই অন্যান্য পাত্ৰৰ উপস্থিতিত দুজন পাত্ৰৰ পৰস্পৰ আলাপ হোৱাকে জনান্তিক বোলে ।
[বুঢ়া আৰু অনামিকা আঙুলি বেঁকা কৰি বাকী কেইটা আঙুলি থিয় কৰি ৰখা হাতৰ মুদ্ৰাকে ত্ৰিপতাকা বোলে । যেতিয়া কোনো পাত্ৰক কিবা কথা শুনোৱাৰ প্ৰয়োজনবোধ নকৰা হয় তেতিয়া সেইজনক ত্ৰিপতাকা দেখুৱাই আঁতৰাই দিয়া হয় । তাৰ পাছত হোৱা দুজন পাত্ৰৰ পৰস্পৰ সংলাপকে জনান্তিক বোলা হয় ।]

মূল – ৰহস্যং কথ্যতোহন্যস্য পৰাবৃত্ত্যাপৱাৰিতম্ ॥ ৬৬ ॥

অনুবাদ – সম্মুখত থকা পাত্ৰৰ মুখ ঘূৰাই তেওঁৰ পৰা লুকুৱাই কিবা ৰহস্যপূৰ্ণ কথা অন্য পাত্ৰৰ লগত পাতিলে তাক অপবাৰিত বোলা হয় ।

মূল – কিং ব্ৰৱীষ্যেৱমিত্যাদি ৱিনা পাত্ৰং ব্ৰৱীতি য়ৎ ।
শ্ৰুত্বৈৱানুক্তমপ্যেকস্তৎ স্যাদাকাশ ভাষিতম্ ॥ ৬৭ ॥

অনুবাদ – (অকলশৰীয়া) কোনো পাত্ৰই অন্য কোনো পাত্ৰই একো নেকোৱাকৈয়ে শুনাৰ ভাও জুৰি 'কি কৈছে আপুনি ?' বুলি প্ৰশ্নেৰে বাৰ্তা আৰম্ভ কৰাকে আকাশভাষিত বোলে ।

মূল – ইত্যাদ্যশেষমিহ ৱস্তুৱিভেদজাতং
ৰামায়নাদি চ ৱিভাৱ্য বৃহৎকথাং চ ।
আসূত্ৰয়েৎ তদনু নেতৃৰসানুগুন্যা–

চ্চিত্ৰাং কথামুচিতচাৰুৰচঃপ্ৰপঞ্চৈঃ ॥ ৬৮ ॥

অনুবাদ – এনেদৰে (কৰিয়ে) অনেক প্ৰকাৰৰ কথা বস্তুৰ বিভেদ, ৰামায়ণাদি তথা বৃহৎকথাদি গ্ৰন্থ আলোচনা কৰি আৰু তাৰ পাছত নেতা আৰু ৰসৰ অনুকূলে সুন্দৰ কথা আৰু সুচাৰু বচনৰ বিস্তাৰেৰে এই নাট্য ৰচনা কৰিব লাগে।

ধনঞ্জয়কৃত দশৰূপকৰ প্ৰথম প্ৰকাশ সমাপ্ত।



## দ্বিতীয় প্ৰকাশ

মূল – নেতা ৱিনীতো মধুৰস্ত্যাগী, দক্ষঃ প্ৰিয়ংৱদঃ।
ৰক্তলোকঃ শুচিৰ্ৱাগ্মী ৰূঢ়ৱংশঃ স্থিৰো যুৱা ॥ ১ ॥
বুদ্ধ্যুৎসাহস্মৃতিপ্ৰজ্ঞাকলামানসমন্বিতঃ।
শূৰো দৃঢ়শ্চ তেজস্বী শাস্ত্ৰচক্ষুশ্চ ধাৰ্মিকঃ ॥ ২ ॥

অনুবাদ– (নাটকৰ) নায়ক– নম্ৰ, মধুৰ, ত্যাগী, দক্ষ (কুশলী), প্ৰিয়ভাষী, লোকানন্দকাৰী, পৱিত্ৰ (নিৰ্মলমনা), বাগ্মী, উচ্চ কুলসম্পন্ন, অবিচল (কায়মনোবাক্যত অচঞ্চল), যুৱক (প্ৰসিদ্ধ), বুদ্ধিমান, উৎসাহী, স্মৰণশক্তিযুক্ত, প্ৰজ্ঞাৱান, কলাবিদ্যাত পাৰ্গত, সন্মানিত, বীৰ, দৃঢ় (অটল), তেজস্বী, শাস্ত্ৰজ্ঞানী আৰু ধাৰ্মিক (হ'ব লাগে)। [ধনঞ্জয়ে 'দ্বিতীয় প্ৰকাশ'ত নায়কৰ স্বৰূপৰ বিষয়ে কৈছে। ধনিকে 'অৱলোক'ত এই নায়কবিলাকৰ উদাহৰণ ভিন ভিন গ্ৰন্থৰ পৰা আনিছে। নম্ৰ নায়কৰ উদাহৰণ 'মহাৱীৰচৰিত'ৰ (৪।২১) পৰা, মধুৰৰ 'মহাৱীৰচৰিত'ৰ (২।৩৭) পৰা, ত্যাগীৰ 'ইতিহাসসমুচ্চয়'ৰ পৰা দক্ষৰ 'মহাৱীৰচৰিত'ৰ (১।৫৩) পৰা, প্ৰিয়ভাষীৰ 'মহাৱীৰচৰিত'ৰ (২।৩৬) পৰা, লোকানন্দকাৰীৰ 'মহাৱীৰচৰিত'ৰ (৪।৪৪) পৰা, পৱিত্ৰৰ 'ৰঘুবংশ'ৰ (১৬।৮) পৰা, বাগ্মীৰ 'হনুমান্নাটক'ৰ (১।৩৮) পৰা, উচ্চ কুলসম্পন্নৰ 'হনুমান্নাটক'ৰ (৫।৩৪) পৰা, অবিচলৰ 'মহাৱীৰচৰিত'ৰ (৩।৮) তথা 'নীতিশতশ্লোক'ৰ (শ্লোক নং ২৬) পৰা আৰু প্ৰজ্ঞাৱান নায়কৰ উদাহৰণ 'মালৱিকাগ্নিমিত্ৰ'ৰ (১।৫) পৰা উল্লেখ কৰিছে। স্পষ্ট বুলি কৈ বাকী নায়কবিলাকৰ উদাহৰণ 'অৱলোক'ত উল্লেখ কৰা নাই।]

মূল – ভেদৈশ্চতুৰ্ধা ললিতশান্তোদাত্তোদ্ধতৈৰয়ম্।

অনুবাদ – এই (নায়ক) ললিত, শান্ত, উদাত্ত আৰু উদ্ধত ভেদে চাৰি প্ৰকাৰৰ। [নেতাৰ সাধাৰণ গুণ বিবেচনা কৰি ইয়াত বিশেষ গুণৰ কথা কৈছে। ওপৰৰ প্ৰতিটো ভেদত 'ধীৰ' শব্দ ব্যৱহাৰ কৰিব লাগিব, যিটো তলৰ কাৰিকাৰ পৰা বুজিব পাৰি। এই কাৰিকাত ছন্দ মিলাবৰ বাবে আৰু সংক্ষেপে কৰৰ বাবে 'ধীৰ' শব্দটো ব্যৱহাৰ কৰা নাই। 'ধীৰ' শব্দৰ অৰ্থ প্ৰতিকূল অৱস্থাতো ধৈৰ্য নেহেৰুৱা লোক।]

মূল – নিশ্চিন্তো ধীৰললিতঃ কলাসক্তঃ সুখী মৃদুঃ ॥ ৩॥

অনুবাদ – (সদায়ে) নিশ্চিন্ত, কলাবিদ্যাত আসক্ত, সুখী আৰু মধুৰ প্ৰকৃতিৰ নায়কক ধীৰললিত বোলে ।

[ধীৰললিত নায়ক নিশ্চিন্ত বা চিন্তাৰহিত অৰ্থাৎ সচিৱাদি বিষয়াৰ ওপৰত যোগক্ষেমৰ অৰ্থাৎ অপ্ৰাপ্য বস্তুৰ প্ৰাপ্তি আৰু প্ৰাপ্য বস্তুৰ সংৰক্ষণৰ দায়িত্ব দি ভোগ-বিলাস, নৃত্য-গীত ইত্যাদিত ব্যস্ত থাকে । শৃঙ্গাৰ প্ৰধান হোৱা বাবে এনে নায়ক সুকুমাৰ হয় । 'ৰত্নাৱলী'ৰ (১।৯) বৎসৰাজ উদয়ন ধীৰললিত নায়ক ।]

মূল – সামান্যগুণযুক্তস্তু ধীৰশান্তো দ্বিজাদিকঃ ।

অনুবাদ – (নায়কৰ) সামান্য গুণেৰে বিভূষিত ব্ৰাহ্মণাদি নায়কক ধীৰশান্ত বোলে ।

[নম্ৰতা, ত্যাগ, দক্ষতা,আদি নায়কৰ সামান্য গুণেৰে বিভূষিত ব্ৰাহ্মণ, বৈশ্য, সচিৱাদি নায়কক ধীৰশান্ত বোলা হয় । এনে নায়কৰ ক্ষেত্ৰত ধীৰললিত নায়কৰ গাত থকা নিশ্চিন্ততা গুণ থাকিলেও স্বাভাৱিকতে শান্ত হোৱা বাবে ধীৰলালিত্য ইয়াত আৰোপ কৰা নহয় । 'মালতীমাধৱ'ৰ (২।১০) মাধৱ আৰু 'মৃচ্ছকটিক'ৰ (১০।১২) চাৰুদত্ত ধীৰশান্ত নায়কৰ সুন্দৰ উদাহৰণ ।]

মূল – মহাসত্ত্বোঽতিগম্ভীৰঃ ক্ষমাৱানৱিকত্থনঃ ॥ ৪ ॥
স্থিৰো নিগূঢ়াহঙ্কাৰো ধীৰোদাত্তঃ দৃঢ়ব্ৰতঃ ।

অনুবাদ – (শোক-ক্ৰোধ আদিয়ে) মন বিকৃত কৰিব নোৱাৰা, অতি গম্ভীৰ, ক্ষমাবান, আত্মপ্ৰংশাৰহিত, স্থিৰ, অহঙ্কাৰশূণ্য আৰু দৃঢ়প্ৰতিজ্ঞ নায়কক ধীৰোদাত্ত বোলে ।

[শোক, দুখ, খং, আদিয়ে যাৰ আত্মা অভিভূত কৰিব নোৱাৰে, তেনেকুৱা লোকক মহাসত্ত্ব আখ্যা দিয়া হয় । মহাসত্ত্ব, বিনয়ী দৃঢ়ব্ৰতী নায়কেই ধীৰোদাত্ত নায়ক । 'নাগানন্দ'ৰ (৫।১৫) জীমূতবাহন আৰু 'মহানাটক'ৰ (৩।২৫) ৰাম এনে বিধৰ নায়ক ।

জীমূতবাহনৰ উদাত্ততা সম্পৰ্কে মতভেদ আছে । কিছুলোকে ক'ব খোজে তেওঁ এজন ধীৰপ্ৰশান্ত নায়কহে, কিয়নো তেওঁৰ চৰিত্ৰত শমৰ প্ৰধানতা, দয়ালুভাৱ আৰু জীৱৰ প্ৰতি কৰুণা প্ৰধানভাৱে দেখা যায় । তেওঁ কেৱল ৰাজপাট ত্যাগ কৰাই নহয়, নিজৰ জীৱনো নাগসকলৰ পৰিত্ৰাণৰ বাবে উৎসৰ্গা কৰিছে । কিন্তু ধনিকে এই মত খণ্ডন কৰি কৈছে যে যদিও জীমূতবাহনৰ গাত এই সকলোবোৰ গুণ আছে, তথাপিও তেওঁৰ অন্তৰত এটা বিজিগীষু মনোভাৱ অৰ্থাৎ শ্ৰেষ্ঠতাৰ প্ৰতি অহৰহ চেষ্টা দেখা পোৱা যায় । এই ক্ষেত্ৰতে বুদ্ধৰ নিষ্কাম ত্যাগ আৰু কৰুণাৰ লগত জীমূতবাহনৰ সকাম ত্যাগ আৰু কৰুণা নিমিলে । জীমূতবাহনৰ উদাত্ততা এনেদৰে প্ৰকাশ হোৱাত ধনিকে তেওঁক ধীৰোদাত্ত নায়কৰ শ্ৰেণীত ৰাখিছে ।]



মূল – দৰ্পমাৎসৰ্যভূয়িষ্ঠো মায়াচ্ছদ্মপৰায়ণঃ ॥ ৫ ॥
ধীৰোদ্ধতস্ত্বহঙ্কাৰী চলশ্চণ্ডো ৱিকত্থনঃ ।

অনুবাদ – ধীৰোদ্ধত নায়কৰ দৰ্প (অহঙ্কাৰ) আৰু মাৎসৰ্য (আনৰ উন্নতি সহ্য কৰিব নোৱাৰা গুণ) বেছি; মায়া আৰু বঞ্চনাত তৎপৰ । তেওঁ অহঙ্কাৰী, চঞ্চল, ক্ৰোধী আৰু আত্মপ্ৰশংসাকাৰী ।

[যেনেকৈ বাল্যাৱস্থাত গৰুক 'বৎস', যুৱা অৱস্থাত 'বৃষভ' আৰু বৃদ্ধ অৱস্থাত 'মহোক্ষ' বোলা হয়, তেনেকৈ ধীৰোদাত্ত,ধীৰললিত আদি হ'ল নায়কৰ অৱস্থা বিশেষ মাত্ৰ । সেইবাবে কোনো কোনো ৰচনাত কোনো কোনো নায়কক কেতিয়াবা, ধীৰোদাত্ত, কেতিয়াবা ধীৰললিত ৰূপত পোৱা যায় । উদাহৰণ স্বৰূপে 'মহাৱীৰচৰিত'ৰ পৰশুৰামক এবাৰ ধীৰোদাত্ত (২।১০), এবাৰ ধীৰোদ্ধত (২।১৬) আৰু এবাৰ ধীৰশান্ত (৪।২২) ৰূপত পোৱা যায় । কিন্তু এই অৱস্থান্তৰ কেৱল অপ্ৰধান নায়কৰ ক্ষেত্ৰত হে প্ৰযোজ্য হয়, প্ৰধান নায়কৰ ক্ষেত্ৰত নহয় । কিয়নো তেনে হ'লে নাটকৰ ঐক্য বিঘ্নিত হোৱাৰ সম্ভাৱনা বিদ্যামান । সেইবাবে মায়ুৰাজে তেওঁৰ 'উদাত্তৰাঘৱ' নাটকত ৰামক ধীৰোদাত্ত ৰূপত অঙ্কন কৰি লুকাই লুকাই বালিক বধ কৰা ঘটনাটো লিপিবদ্ধ কৰা নাই ।]

মূল – স দক্ষিণঃ শঠো ধৃষ্টঃ পূৰ্ৱাং প্ৰত্যন্যয়া হৃতঃ ॥ ৬ ॥

অনুবাদ – অন্য নায়িকাই আকৰ্ষণ কৰা (শৃঙ্গাৰী) নায়ক পূৰ্ব নায়িকাৰ প্ৰতি দক্ষিণ, শঠ আৰু ধৃষ্ট হয় ।

মূল – দক্ষিণোঽস্যাং সহৃদয় ঃ –

অনুবাদ – (পূৰ্ব নায়িকাৰ প্ৰতি ) সহৃদয়জনেই দক্ষিণ নায়ক ।

মূল – গূঢ়ৱিপ্ৰিয়কৃচ্ছঠঃ ।

অনুবাদ – (পূৰ্ব নায়িকাৰ প্ৰতি) পৰোক্ষভাৱে অপ্ৰিয় কাৰ্য কৰাজন শঠ ।

[নতুন নায়িকাৰ প্ৰতি অনুৰক্ত হ'লেও দক্ষিণ নায়কে পূৰ্ব প্ৰেমিকাৰ প্ৰতি সদয় তথা সহানুভূতিশীল হৈ থাকে, শঠ নায়কে কিন্তু লুকাই চুৰকৈ অপ্ৰিয় আচৰণ কৰে ।]

মূল – ব্যক্তাঙ্গৱৈকৃতো ধৃষ্টে –

অনুবাদ – (সম্ভোগজনিত) অঙ্গৰ বিকাৰ (চিহ্ন) স্পষ্ট হোৱা নায়কক ধৃষ্ট নায়ক বোলে।
[অন্য নায়িকাৰ সৈতে কৰা সম্ভোগ চিহ্ন শৰীৰত স্পষ্ট ৰূপত দেখা পোৱা সত্ত্বেও ধৃষ্ট নায়কে পূৰ্ব প্ৰণয়িনীৰ ওচৰলৈ আহি প্ৰেম ভিক্ষা কৰাত লজ্জাবোধ নকৰে।]

মূল – ———— হনুকূলস্ত্বেকনায়িকঃ ॥ ৭ ॥

অনুবাদ – কেৱল এগৰাকী নায়িকাৰ প্ৰতি অনুৰক্ত নায়কেই অনুকূল নায়ক।
[অনুকূল নায়কৰ উদাহৰণ 'উত্তৰৰামচৰিত'ৰ (১।৩৯) ৰামভদ্ৰ।

এইখিনিতে এটা প্ৰশ্ন হ'ব পাৰে। 'ৰত্নাৱলী' নাটিকাৰ নায়ক বৎসৰাজ উদয়ন কোন শ্ৰেণীৰ নায়ক ? নাটিকাখনিত সাগৰিকাক (ৰত্নাৱলীক ) দেখা পোৱাৰ আগলৈকে বৎসৰাজ প্ৰিয়পত্নী বাসৱদত্তাৰ বাবে এজন অনুকূল নায়ক। সাগৰিকাক দেখা পোৱাৰ পিছতো বাসৱদত্তাৰ প্ৰতি সহৃদয় ভাৱ পোষণ কৰিছে। ফলত তেওঁ এজন দক্ষিণ নায়ক। কিন্তু পাছত উদয়নে পূৰ্ব প্ৰণয়িনীৰ অনিষ্ট সাধন কৰি হ'লেও সাগৰিকাক লাভ কৰিব বিচাৰিছে। এনে স্থলত নায়কৰ শঠ আৰু ধৃষ্ট এই ৰূপ দুটাও দেখা পোৱা গৈছে। ইয়াৰ উত্তৰত ক'ব লাগিব যে ক্ষেত্ৰ বিশেষে যদিও নায়কক ভিন ভিন অৱস্থাত দেখা পোৱা গৈছে, সামগ্ৰিক ভাৱে উদয়ন দুয়ো গৰাকী নায়িকাৰ প্ৰতি সমভাৱ পোষণ কৰিছে। ফলত তেওঁক এজন দক্ষিণ নায়ক বুলিয়েই ক'ব লাগিব।

এনেদৰে ধীৰোদাত্ত, ধীৰোদ্ধত, ধীৰললিত আৰু ধীৰপ্ৰশান্ত — এই চাৰি প্ৰকাৰ নায়কৰ প্ৰত্যেকৰে দক্ষিণ, শঠ, ধৃষ্ট আৰু অনুকূল ৰূপত নায়কৰ যোল প্ৰকাৰ বিভাগ পোৱা যায়। এই যোল প্ৰকাৰ নায়কক আকৌ জ্যেষ্ঠ, মধ্যম আৰু অধম – এই তিনি প্ৰকাৰ ভেদে মুঠতে আঠচল্লিশ প্ৰকাৰ নায়ক পোৱা যায়।]

মূল – পতাকানায়কস্ত্বন্যঃ পীঠমৰ্দো ৱিচক্ষণঃ।
তস্যৈৱানুচৰো ভক্তঃ কিঞ্চিদূনশ্চ তৎগুণৈ ॥ ৮ ॥

অনুবাদ – পতাকাৰ নায়ক (প্ৰধান নায়কতকৈ) বেলেগ। তেওঁক পীঠমৰ্দ বোলা হয়। (তেওঁ) চতুৰ, (মূল নায়কৰ) সহায়কাৰী আৰু গুণত (মূল নায়কতকৈ) কিছু কম।
[পীঠমৰ্দৰ উদাহৰণ 'মালতীমাধৱ'ৰ মকৰন্দ আৰু ৰামায়ণ কাহিনীৰ আধাৰত নিৰ্মিত নাটকৰ সুগ্ৰীৱ।]



মূল – একৱিদ্যো ৱিটশ্চান্যো —

অনুবাদ – এটা মাথোন বিদ্যাত পাকৈত জনক বিট বোলা হয়।
[নায়কৰ উপযোগী গীত আদি বিদ্যাৰ এবিধত পৈণত সহকাৰী জনেই হ'ল বিট। 'নাগানন্দ'ৰ শেখৰক হ'ল বিটৰ উদাহৰণ।]

মূল – হাস্যকৃচ্চ ৱিদূষক ঃ।

অনুবাদ – হাস্যকাৰীজনক ৱিদূষক বোলা হয়।

মূল – লুব্ধো ধীৰোদ্ধতঃ স্তব্ধঃ পাপকৃৎৱ্যসনী ৱিপুঃ ॥ ৯ ॥

অনুবাদ – (প্ৰতি নায়ক হ'ল) লুভীয়া, ধীৰোদ্ধত, অভিমানী, পাপী, বিষয়ৰ প্ৰতি আসক্ত আৰু (নায়কৰ) শত্ৰু।

মূল – শোভা ৱিলাসো মাধুৰ্য়ং গাম্ভীৰ্য়ং স্থৈৰ্য়তেজসী।
ললিতৌদাৰ্য়মিত্যষ্টৌ সাত্ত্বিকাঃ পৌৰুষা গুণাঃ ॥ ১০ ॥

অনুবাদ – শোভা, বিলাস, মধুৰতা, গম্ভীৰতা, স্থিৰতা, তেজস্বিতা, লালিত্য আৰু উদাৰতা – এই আঠোটা পুৰুষগত সাত্ত্বিক গুণ।

মূল – নীচে ঘৃণাধিকে স্পৰ্ধা শোভায়াং শৌৰ্য়দক্ষতে।

অনুবাদ – শোভাত নীচজনৰ প্ৰতি ঘৃণা (অনুকম্পা), শ্ৰেষ্ঠজনৰ প্ৰতি প্ৰত্যাহ্বান, বীৰত্ব আৰু দক্ষতা থাকে।
[নীচজনৰ প্ৰতি ঘৃণাৰ উদাহৰণ 'মহাবীৰচৰিত'ৰ (১/৩৭) পৰা, অধিক গুণীজনৰ প্ৰতি প্ৰত্যাহ্বানৰ উদাহৰণ 'এতাং পশ্য পুৰ' ইত্যাদি অজ্ঞাত কৱিৰ উদ্ধৃতিৰ পৰা, শৌৰ্যশোভাৰ উদাহৰণ ধনিকৰ 'অন্ত্ৰৈঃ স্বৈৰপি' আদি নিজৰ ৰচনাৰ পৰা আৰু দক্ষশোভাৰ উদাহৰণ 'মহাবীৰচৰিত'ৰ (১।৫৩) পৰা দিয়া হৈছে।]

মূল – গতিঃ সধৈৰ্য়া দৃষ্টিশ্চ ৱিলাসে সস্মিতং ৱচঃ ॥ ১১ ॥

অনুবাদ – বিলাসত (নায়কৰ) গম্ভীৰ গতি, ধীৰ দৃষ্টি আৰু স্মিত বচন (মিচিকিয়া হাঁহিৰে পূৰ্ণ বচন) পোৱা যায়।
[বিলাসৰ উদাহৰণ 'উত্তৰৰামচৰিত'ত (৬।১৯) ৰামৰ উক্তি।]

মূল — শ্লক্ষ্ণো ৱিকাৰো মাধুৰ্য়ং সংক্ষোভে সুমহত্যাপি ।

অনুবাদ — বহু বেছি উদ্বেগতো (মনৰ অৱস্থা) কিঞ্চিৎ পৰিমাণৰ বিকৃতি হোৱাকে মাধুৰ্য বোলে ।
[উদাহৰণ যথা 'হনুমান্নাটক'ৰ (১।১৯) ।]

মূল — গাম্ভীৰ্য়ং য়ৎপ্ৰভাৱেন ৱিকাৰো নোপলক্ষ্যতে ॥ ১২ ॥

অনুবাদ — যাৰ (হৰ্ষ, ভয়, আদি) প্ৰভাৱত (মুখাদিৰ) বিকৃতি দেখা পোৱা নযায়, সিয়েই গাম্ভীৰ্য ।
[সীমাহীন উদ্বেগতো কম পৰিমাণে হোৱা মানসিক বা শাৰীৰিক বিকৃতিয়েই মাধুৰ্য । কিন্তু উদ্ধেগৰ কাৰণ যিমান বেছিয়েই নহওক লাগিলে গাম্ভীৰ্যত তাৰ বহিঃপ্ৰকাশ মুঠেই নহয় । এনে দুয়োটাৰ পাৰ্থক্য । যথা – 'হনুমান্নাটক'ৰ (৩।২৫)]

মূল — ৱ্যৱসায়াদচলনং স্থৈৰ্য়ং ৱিঘ্নকুলাদপি ।

অনুবাদ — অনেক বিঘিনিৰ মাজতো নিজ কৰ্মত অচল হৈ থকাকে স্থিৰতা (স্থৈৰ্য) বোলে ।
[উদাহৰণ যথা – 'মহাৱীৰচৰিত'ৰ (৩।৮)]

মূল — অধিক্ষেপাদ্যসহনং তেজঃ প্ৰাণাত্যয়েস্বপি ॥ ১৩ ॥

অনুবাদ — প্ৰাণৰ সংশয় হ'লেও অপমানাদি সহ্য নকৰাটোৱে তেজস্বিতা ।
[যথা –'সাৰঙ্গধৰপদ্ধতি'ৰ (শ্লোকসংখ্যা - ২৬২)]

মূল — শৃঙ্গাৰাকাৰচেষ্টাত্বং সহজং ললিতং মৃদু ।

অনুবাদ — শৃঙ্গাৰৰ অনুৰূপ স্বাভাৱিক আৰু মনোহৰ চেষ্টাই হ'ল ললিত গুণ ।
[স্বাভাৱিক শৃঙ্গাৰক 'মৃদু' বুলি কোৱা হয় আৰু এনে শৃঙ্গাৰৰ বাবে চেষ্টা অৰ্থাৎ কায়িক চেষ্টাকে 'ললিত' বোলা হয় । যথা – 'লাৱণ্যমন্মথ' ইত্যাদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — প্ৰিয়োক্ত্যাহহজীৱিতাদ্দানমৌদাৰ্য়ং সদুপগ্ৰহঃ ॥ ১৪ ॥

অনুবাদ — প্ৰিয় বচনেৰে জীৱন পৰ্যন্ত দান আৰু সৎলোকক সংকাৰ কৰাকে ঔদাৰ্য (উদাৰতা) বোলে ।
[প্ৰিয় বচনেৰে জীৱন দানৰ উদাহৰণ হ'ল 'নাগানন্দ'ৰ (৫।১৫) আৰু সৎলোকৰ সংকাৰ্যৰ উদাহৰণ হ'ল 'কুমাৰসম্ভাৱ'ৰ (৬।৬৩)]



মূল — স্বান্যা সাধাৰণস্ত্ৰীতি তৎগুণা নায়িকা ত্ৰিধা ।

অনুবাদ — তেওঁৰ (নায়কৰ) গুণেৰে যুক্ত (সাধাৰণ গুণেৰে) নায়িকা তিনি প্ৰকাৰৰ– নিজা, অন্যা আৰু সাধাৰণস্ত্ৰী ।

মূল — মুগ্ধা মধ্যা প্ৰগল্ভেতি স্বীয়া শীলাৰ্জৱাদিযুক্ ॥ ১৫ ॥

অনুবাদ — চৰিত্ৰ, সৰলতা আদি গুণযুক্ত স্বীয়া নায়িকা মুগ্ধা, মধ্যা আৰু প্ৰগল্ভা – এই (তিনি) ভাগত বিভক্ত ।
[ধনিকে 'গাথাসপ্তশতী'ৰ পৰা শীলৱতী (৮৬৫), আৰ্জৱাদি গুণৱতী (৮৬১) আৰু লজ্জাৱতীৰ (৮৬০) উদাহৰণ দাঙি ধৰিছে ।]

মূল — মুগ্ধা নৱৱয়ঃকামা ৰতৌ ৱামা মৃদুঃ ক্ৰধি ।

অনুবাদ — মুগ্ধা নায়িকা নৱ যৌৱনৱতী, কামিনী, ৰতিক্ৰিয়াৰ প্ৰতি পৰাঙ্মুখিনী আৰু কম ক্ৰোধপৰায়ণা হয় ।
[মুগ্ধা নায়িকাই নতুনকৈ যৌৱনত প্ৰৱেশ কৰে । নতুনকৈ কামকলাৰ জ্ঞান লাভ কৰে । ৰতিক্ৰিয়াৰ প্ৰতি ইচ্ছা জাগিলেও স্বাভাৱিক লজ্জাৱশতঃ সংকোচবোধ কৰে আৰু খং উঠিলেও সোনকালে খঙৰ উপশম ঘটায় । বয়োমুগ্ধাৰ উদাহৰণ 'সুভাষিতৰত্নভাণ্ডাগাৰ'ৰ (৬২৩৪) আৰু 'উচ্ছ্বসন্' আদি ধনিকৰ নিজৰ ৰচনাৰ পৰা, কামমুগ্ধাৰ উদাহৰণ 'দৃষ্টিঃ সালসতাং' আদি অজ্ঞাত কৱিৰ ৰচনাৰ পৰা, ৰতি ক্ৰিয়াৰ প্ৰতি পৰাঙ্মুখীৰ উদাহৰণ 'কুমাৰসম্ভৱ'ৰ (৮।২) পৰা আৰু কম ক্ৰোধপৰায়ণাৰ উদাহৰণ 'সুভাষিতাৱলী'ৰ (২০৬০) পৰা দাঙি ধৰা হৈছে ।]

মূল — মধ্যোদ্যংয়ৌৱনানঙ্গা মোহান্তসুৰতক্ষমা ॥ ১৬ ॥

অনুবাদ — মধ্যা হ'ল উদ্দাম (পূৰ্ণ) যৌৱনসম্পন্না, কামভাৱযুক্তা আৰু মূৰ্চ্ছা (অৱস্থা) পৰ্যন্ত ৰতি ক্ৰিয়াত সমৰ্থা ।
[পূৰ্ণ যৌৱনা, কামভাৱসম্পন্না তথা মূৰ্চ্ছিত হৈ যোৱা পৰ্যন্ত ৰতি ক্ৰিয়াত সমৰ্থা নায়িকা হ'ল মধ্যানায়িকা । অৱলোকত 'আলাপান্' ইত্যাদি কোনো অজ্ঞাত

কবিৰ পৰা যৌৱনৱতী, 'অমৰুশতক'ৰ (১০৪) পৰা কামৰতী আৰু 'গাথাসপ্তশতী'ৰ (৫) পৰা সংভোগসক্ষমা নায়িকাৰ উদাহৰণ দিছে ।]

মূল – ধীৰা সোৎপ্ৰাসৱক্ৰোক্ত্যা মধ্যা সাশ্ৰু কৃতাগসম্ ।
খেদয়েৎ দয়িতং কোপাদধীৰা পুৰুষাক্ষৰম্ ॥ ১৭ ॥

অনুবাদ – ধীৰামধ্যাই (নায়িকাই) অপৰাধী প্ৰিয়জনক (নায়কক) পৰিহাসযুক্ত বক্ৰোক্তিৰে, মধ্যা অৰ্থাৎ ধীৰাধীৰাই কান্দি-কাটি আৰু অধীৰাই (মধ্যাই) কটু বচনেৰে তিৰস্কাৰ কৰে ।

[মধ্যানায়িকা তিনি ভাগত ভগাইছে – ধীৰামধ্যা, ধীৰাধীৰামধ্যা আৰু অধীৰামধ্যা । ধীৰামধ্যাৰ উদাহৰণ 'শিশুপালবধ'ৰ (৬।১৯) পৰা, ধীৰাধীৰামধ্যাৰ 'অমৰুশতক'ৰ (৫৭) পৰা আৰু অধীৰামধ্যাৰ উদাহৰণ 'সাৰঙ্গধৰপদ্ধতি'ৰ (৫৪৪৭) পৰা দিয়া হৈছে ।]

মূল – য়ৌৱনান্ধা স্মৰোন্মত্তা প্ৰগল্ভা দয়িতাঙ্গকে ।
বিলীয়মানেৱানন্দাদ্ ৰতাৰম্ভেঽপ্যচেতনা ॥ ১৮ ॥

অনুবাদ – যৌৱনত অন্ধ, মদনোন্মত্তা, কামভাৱত আনন্দিত হৈ প্ৰিয়জনৰ অঙ্গত বিলীন হৈ যোৱা, ৰতিক্ৰিয়াৰ আৰম্ভণিৰে পৰা (আনন্দতে) অচেতন হৈ যোৱা (নায়িকাই) প্ৰগল্ভা ।

[যৌৱনত অন্ধনায়িকাৰ উদাহৰণ 'অভ্যুন্নত' আদি ধনিকৰ নিজৰ ৰচনাৰ পৰা, মদনোন্মত্তাৰ উদাহৰণ 'অমৰুশতক'ৰ (৫৩) আৰু ৰতিক্ৰিয়াত আনন্দত বিলীন হৈ অচেতন হোৱা নায়িকাৰ উদাহৰণ 'অমৰুশতক'ৰ (১০১) পৰা দিছে । মুগ্ধানায়িকাৰ দৰে প্ৰগল্ভা নায়িকাৰো ধীৰা, ধীৰাধীৰা আৰু অধীৰা – এই তিনি ভাগত বিভক্ত ।]

মূল – সাৱহিত্থাদৰোদাস্তে ৰতৌ ধীৰেতৰা ক্ৰুধা ।
সংতৰ্জ্জ্য তাড়য়েৎ মধ্যা মধ্যাধীৰেৱ তং ৱদেৎ ॥ ১৯ ॥

অনুবাদ – ধীৰাই (ধীৰাপ্ৰগল্ভাই) অন্তৰত কপট ৰাখি (নায়কক) আদৰ দেখুৱায়, কিন্তু ৰতি ক্ৰিয়াৰ প্ৰতি উদাসীন হয় । অধীৰাই (অধীৰাপ্ৰগল্ভাই) খঙেৰে তৰ্জন-গৰ্জন কৰে আৰু আঘাত (শাৰীৰিকভাৱে) কৰে । মধ্যাই (মধ্যাপ্ৰগল্ভাই অৰ্থাৎ ধীৰাধীৰা প্ৰগল্ভাই) মধ্যা নায়িকাৰ দৰে কয় (অৰ্থাৎ ক্ৰোধযুক্ত বক্ৰোক্তিৰে কয়) ।

[অৱলোকত অন্তৰত কপট ৰখা নায়িকা, ৰতিক্ৰিয়াৰ প্ৰতি উদাসীন নায়িকা,



অধীৰপ্ৰগল্ভা আৰু ধীৰাধীৰাপ্ৰগল্ভাৰ উদাহৰণ 'অমৰুশতক'ৰ ( শ্লোক সংখ্যা ক্ৰমে ১৮, ১০৬, ৯৩, আৰু ৩৮ ) পৰা দিছে ।]

মূল – দ্বেধা জ্যেষ্ঠা কনিষ্ঠা চেত্যমুগ্ধা দ্বাদশোদিতাঃ ।

অনুবাদ – মুগ্ধানায়িকা ভিন্ন অৰ্থাৎ মধ্যা আৰু প্ৰগল্ভা নায়িকা দুবিধ – জেষ্ঠা কনিষ্ঠা আৰু এনেকৈ বাৰ প্ৰকাৰৰ ।

[মুগ্ধাৰ বাহিৰে মধ্যা আৰু প্ৰগল্ভা নায়িকাৰ প্ৰত্যেকৰে পুনৰ জ্যেষ্ঠা আৰু কনিষ্ঠা ভেদে দুই প্ৰকাৰৰ । ফলত ছয় প্ৰকাৰ মধ্যা আৰু ছয় প্ৰকাৰ প্ৰগল্ভা দুয়ো মিলি বাৰ প্ৰকাৰৰ হ'ল । এক প্ৰকাৰ মুগ্ধাৰে সৈতে তেৰ প্ৰকাৰৰ স্বীয়া নায়িকা । জেষ্ঠা আৰু কনিষ্ঠাৰ উদাহৰণ 'ৰত্নাৱলী' নাটিকাৰ বসন্তসেনা আৰু ৰত্নাৱলী ।]

মূল – অন্যস্ত্ৰী কন্যকোঢ়া চ নান্যোঢ়াঽঙ্গিৰসে কৃচিৎ ॥ ২০॥
কন্যানুৰাগমিচ্ছাতঃ কুৰ্যাদঙ্গাঙ্গিসংশ্ৰয়ম্ ।

অনুবাদ – অন্যস্ত্ৰী (পৰকীয়া নায়িকা ) দুবিধ – কন্যা (অবিবাহিতা) আৰু বিবাহিতা (পৰ পৰুষৰ লগত) । বিবাহিতা নায়িকাক (কাব্যৰ) মূল ৰসৰ অঙ্গীভূত কৰিব নালাগে । কন্যাৰ প্ৰেম (কবিৰ) ইচ্ছাবশতঃ প্ৰধান ৰস বা গৌণৰসৰ অঙ্গীভূত কৰিব পাৰে ।

[পৰ পুৰুষৰ লগত বিবাহিতা নায়িকা কাব্যৰ মূল ৰসৰ অঙ্গী কৰিব নালাগে অৰ্থাৎ তেওঁ প্ৰধান নায়িকা হ'ব নোৱাৰে । পিতা-মাতা বা অভিভাৱকৰ তত্ত্বাৱধানত থাকে বাবে কন্যাক অনস্ত্ৰী বা পৰকীয়া বুলি কোৱা হয় । প্ৰেমৰ ক্ষেত্ৰত তেওঁলোক গোপনে গোপনেহে আগবাঢ়ে । পিতা-মাতা বা অভিভাৱকৰ পৰা এনে প্ৰেমৰ ক্ষেত্ৰত অনুমতি পালেও অন্য কোনো বিপদ যেনে ৰজাৰ হস্তক্ষেপ অথবা নায়কৰ জেষ্ঠ পত্নীৰ পৰা ভয় বিদ্যমান । কন্যাৰ উদাহৰণ 'মালতীমাধৱ'ৰ মালতী আৰু 'ৰত্নাৱলী'ৰ ৰত্নাৱলী (সাগৰিকা) । কবিয়ে ইচ্ছানুসাৰে এই প্ৰেম প্ৰধান বা অপ্ৰধান বিচাপে দেখুৱাব পাৰে । 'ৰত্নাৱলী'ত ইয়াক প্ৰধানৰূপে আৰু 'নাগানন্দ'ত মলয়ৱতী আৰু জীমূতৱাহনৰ প্ৰেম গৌণৰূপত দেখা পোৱা যায় ।]

মূল – সাধাৰণস্ত্ৰী গণিকা কলাপ্ৰাগল্ভ্যধৌৰ্ত্যয়ুক ॥ ২১ ॥

অনুবাদ – কলাপাৰঙ্গতা, প্ৰগল্ভা (লজ্জাবিহীনা) আৰু ধূৰ্তা গণিকাকে সাধাৰণস্ত্ৰী বোলা হয় ।

[স্বীয়া নায়িকা নিজৰ পতিৰ অনুৰক্তা, পৰকীয়া স্বামী অতিৰিক্ত কোনো পুৰুষ আৰু কন্যা নিজ প্ৰেমিকৰ প্ৰতি অনুৰক্তা আৰু সাধাৰণস্ত্ৰী সামান্য অৰ্থাৎ সকলোৰে প্ৰতি অনুৰক্তা হয় । এনেদৰে স্বীয়া নায়িকা ১৩ প্ৰকাৰৰ, পৰকীয়া নায়িকা ২ প্ৰকাৰৰ আৰু সাধাৰণ নায়িকা ১ প্ৰকাৰ ভেদে নায়িকা সাধাৰণতে ১৬ প্ৰকাৰৰ ।]

মূল – ছন্নকামসুখাৰ্থজ্ঞস্বতন্ত্ৰাহংয়ুপণ্ডকান্ ।
ৰক্তেৱ ৰঞ্জয়েদাঢ্যান্নিঃস্বান্মাত্ৰা ৱিৱাসয়েৎ ॥ ২২ ॥

অনুবাদ – প্ৰচ্ছন্নকামী, সুখাৰ্থী, অজ্ঞ, স্বাধীন, অহংকাৰী আৰু নপুংসক আদি আঢ্যৱন্তলোকক (প্ৰকৃত) অনুৰক্তাৰ দৰে (এইবিধ নায়িকাই) অনুৰঞ্জিত কৰে । নিঃস্বজনক মাকৰ হতুৱাই খেদাই পঠায় ।

[ধনিকে শ্ৰোত্ৰিয় (বেদপাঠী), বেপাৰী, তপস্বী আৰু ব্ৰহ্মচাৰী আদিক প্ৰচ্ছন্নকামী অৰ্থাৎ গোপন প্ৰেমিক বুলি উল্লেখ কৰিছে । সুখাৰ্থী শব্দই ধনৰ প্ৰয়োজন সুখৰ বাবে বুলি ভবা লোক বা সহজতে ধন লাভ কৰা লোকক বুজায় বুলি তেওঁ কৈছে ।]

মূল – ৰক্তেৱ তুপ্ৰহসনে নৈষা দিব্যনৃপাশ্ৰয়ে ।

অনুবাদ – প্ৰহসনভিন্ন অন্যত ( ৰূপকত) এনে সামান্যা নায়িকা অনুৰক্তা ৰূপত দেখুৱাব লাগে । দেৱতা বা ৰজাক (নায়ক হিচাপে) আশ্ৰয় কৰা (ৰূপকত) এনে নায়িকা হোৱা অনুচিত ।

[হাস্যৰসাশ্ৰিত প্ৰহসনৰ নায়িকা এনে ধৰণৰ সামান্যা অনুৰক্তা হ'ব নোৱাৰে । 'মৃচ্ছকটিক' প্ৰহসনৰ নায়িকা বসন্তসেনা সামান্যাস্ত্ৰী । আনহাতে দেৱতা বা ৰজা যদি কোনো ৰূপকৰ নায়ক হয়, তেনে ৰূপকতো সাধাৰণস্ত্ৰী নায়িকা হ'ব নোৱাৰে।]

মূল – আসামষ্টাৱৱস্থাঃ স্যুঃ স্বাধীনপতিকাদিকাঃ ॥ ২৩ ॥

অনুবাদ – এইবিলাকৰ (সকলো বিধ নায়িকাৰ) স্বাধীনপতিকা আদি আঠোটা অৱস্থা আছে ।

মূল – আসন্নায়ত্তৰমণা হৃষ্টা স্বাধীনভৰ্তৃকা ।

অনুবাদ – (যাৰ) পতি (নায়ক) ওচৰত অথবা অধীন, আৰু (সেইবাবে সদায়) আনন্দিতা, তাকে স্বাধীনভৰ্তৃকা নায়িকা বোলে ।

[স্বাধীনভৰ্তৃকাৰ উদাহৰণ 'অমৰুশতক'ৰ (৫৫) ।]



মূল – মুদা ৱাসকসজ্জা স্বং মণ্ডয়ত্যেষ্যতি প্ৰিয়ে ॥ ২৪ ॥

অনুবাদ – প্ৰিয়তমৰ আগমন জানি প্ৰসন্নমনেৰে নিজকে সজাই পৰাই তোলা নায়িকাই হ'ল বাসকসজ্জা ।

[উদাহৰণ মাঘৰ 'শিশুপাল বধ'ৰ (৯-৫২) ।]

মূল – চিৰয়ত্যৱ্যলীকে তু ৱিৰহোৎকণ্ঠিতোন্মনাঃ ।

অনুবাদ – অনপৰাধী (প্ৰিয়তম) যথা সময়তকৈ দেৰি কৰাত প্ৰিয় মিলনৰ বাবে আতুৰা নায়িকাই বিৰহোৎকণ্ঠিতা ।

[উদাহৰণ 'সখি ম ৱিজিতো' আদি কোনো অজ্ঞাত কবিৰ ৰচনা ।]

মূল – জ্ঞাতেহন্যাসঙ্গৱিকৃতে খণ্ডিতেৰ্ষ্যাকষায়িতা ॥ ২৫ ॥

অনুবাদ – অন্য স্ত্ৰীৰ সঙ্গত (সহবাসত) বিকৃত হোৱা (চিহ্নিত হোৱা) নায়কক দেখি ঈৰ্ষাত মন কলুষিত হোৱা নায়িকাক খণ্ডিতা নায়িকা বোলে ।

[যথা 'শিশুপালবধ'ৰ (১১-৩৪) ।]

মূল – কলহান্তৰিতামৰ্ষাদ্ ৱিধূতেহনুশয়াৰ্তিয়ুক্ ।

অনুবাদ – খঙেৰে (নায়কক) তিৰস্কাৰ কৰি (খেদি পঠাই) পাছত অনুতাপত ভোগা নায়িকাকে কলহান্তৰিতা নায়িকা বোলে ।

[যথা 'অমৰুশতক'ৰ ( ৯২) ।]

মূল – ৱিপ্ৰলব্ধোক্তসময়মপ্ৰাপ্তেহতিৱিমানিতা ॥ ২৬ ॥

অনুবাদ – (প্ৰিয়তমৰ মিলনৰ বাবে) নিৰ্দিষ্ট সময়ত (আৰু স্থানত) উপস্থিত নোহোৱাত অত্যন্ত অপমানিত অনুভৱ কৰা নায়িকাই বিপ্ৰলব্ধা ।

[যথা 'সুভাষিতাৱলী'ৰ (নং ১৯৪০) ।]

মূল – দূৰদেশান্তৰস্থে তু কাৰ্যতঃ প্ৰোষিতপ্ৰিয়া ।

অনুবাদ – (যি নায়িকাৰ প্ৰিয়জন) কাৰ্যবশতঃ দূৰ দেশত থাকে, তাকে প্ৰোষিতপ্ৰিয়া নায়িকা বোলে ।

[উদাহৰণ –'অমৰুশতক'ৰ (৭৬) ।]

মূল — কামাৰ্তাহভিসৰেৎ কান্তং সাৰয়েদ্বাহভিসাৰিকা ॥ ২৭ ॥

অনুবাদ — কামাৰ্তা হৈ প্ৰিয়তমৰ ওচৰলৈ নিজে যোৱা বা প্ৰিয়তমক মাতি পঠোৱা নায়িকা অভিসাৰিকা ।
['অমৰুশতক'ৰ (৩১) ।]

মূল — চিন্তানিঃ শ্বাসখেদাশ্ৰুবৈৰণ্যগ্লান্যভূষণৈঃ ।
যুক্তাঃ ষড়ন্ত্যা দ্বে চাদ্যে ক্ৰীড়ৌজ্জ্বল্যপ্ৰহৰ্ষিতৈঃ ॥ ২৮ ॥

অনুবাদ — এওঁলোকৰ পিছৰ ছয় প্ৰকাৰৰ নায়িকা চিন্তা, নিঃশ্বাস, খেদ, অশ্ৰু, বৰ্ণহীনতা (মুখৰ কান্তিহীনতা) গ্লানি, অলঙ্কাৰবিহীনতাৰ লগত সংযুক্ত । প্ৰথম দুই প্ৰকাৰ বিলাস, উজ্জ্বলতা, আহ্লাদৰ লগত যুক্ত ।
[পৰকীয়া নায়িকাৰ কন্যাই হওক বিবাহিতাই হওক তিনি প্ৰকাৰৰ অৱস্থাহে আছে । সংকেত স্থললৈ যোৱাৰ আগতে বিৰহোৎকণ্ঠিতা, তাৰ পাছত নিজে নিজে, বিদূষক বা দূতীৰ সহায়ত নায়কক অভিসৰণ কৰিলে অভিসাৰিকা আৰু সংকেত স্থলত প্ৰিয়তম নাহিলে বিপ্ৰলব্ধা হয় । প্ৰিয়তমজন এই দুগৰাকী নায়িকাৰ অধীন নহয় বাবে এওঁলোকৰ স্বাধীনপতিকা, বাসকসজ্জা, প্ৰোষিতপতিকা, কলহান্তৰিতা, খণ্ডিতা আদি অৱস্থা নাই ।
এই আঠোটা অৱস্থা প্ৰত্যেকৰে প্ৰকৃতি সুকীয়া বাবে পৰস্পৰ মিল নাইকিয়া ।]

মূল — দূত্যো দাসী সখী কাৰুৰ্ধাত্ৰেয়ী প্ৰতিৱেশিকা ।
লিঙ্গিনী শিল্পিনী স্বং চ নেতৃমিত্ৰগুণান্বিতা ঃ ॥ ২৯ ॥

অনুবাদ — দাসী, সখী, ধুবুনী (নাপিতনী আদি), ধাত্ৰীৰ জীয়ৰী, প্ৰতিবেশিনী, সন্যাসিনী (তাপসী), শিল্পিনী (চিত্ৰকৰৰ স্ত্ৰী আদি) আৰু স্বয়ং নায়িকা নিজে দূতী হয় । (এই দূতী) নায়কৰ মিত্ৰৰ (পীঠমৰ্দ, ৱিদূষক আদিৰ) গুণেৰে বিভূষিতা ।
[ধনিকে 'মালতীমাধৱ'ৰ (৩-১১) পৰা তাপসী দূতী, 'মৃগশিশু' আদি অজ্ঞাত কবিৰ আৰু 'গাথাসপ্তশতী'ৰ (১৩) পৰা সখী দূতী আৰু স্বয়ং দূতীৰ উদাহৰণো 'গাথাসপ্তশতী'ৰ (৮৭১) পৰাই আনিছে ।]

মূল — যৌৱনে সত্ত্বজাঃ স্ত্ৰীণামলঙ্কাৰাস্তু ৱিংশতিঃ ।

অনুবাদ — নাৰীৰ যৌৱনাৱস্থাত সত্ত্বগুণৰ পৰা ২০ প্ৰকাৰৰ অলঙ্কাৰৰ (শোভাকাৰী ধৰ্ম) উৎপত্তি হয় ।



মূল — ভাৱো হাৱশ্চ হেলা চ ত্ৰয়হন্তত্ৰ শৰীৰজাঃ ॥ ৩০ ॥
শোভা কান্তিশ্চ দীপ্তিশ্চ মাধুৰ্য্যং চ প্ৰগল্ভতা ।
ঔদাৰ্য্যং ধৈৰ্য়মিত্যেতে সপ্ত ভাৱা অয়ত্নজাঃ ॥ ৩১ ॥

অনুবাদ — ভাৱ, হাৱ আৰু হেলা— এই তিনিবিধ শৰীৰজ (শৰীৰত উৎপন্ন হোৱা) অলঙ্কাৰ । শোভা, কান্তি, দীপ্তি, মাধুৰ্য, প্ৰগল্ভতা, ঔদাৰ্য (উদাৰতা) আৰু ধৈৰ্য— এই সাতবিধ অযত্নজ (বিনা প্ৰয়াসত নিজে নিজে হয় ।)

মূল — লীলা ৱিলাসো ৱিচ্ছিত্তিৰ্ৱিভ্ৰমঃ কিলকিঞ্চিতম্ ।
মোট্টায়িতং কুট্টমিতং বিব্বোকো ললিতং তথা ॥ ৩২ ॥
ৱিহৃতং চেতি ৱিজ্ঞেয়া দশ ভাৱাঃ স্বভাৱজাঃ ।

অনুবাদ — লীলা, বিলাস, বিচ্ছিত্তি, বিভ্ৰম, কিলকিঞ্চিত, মোট্টায়িত, কুট্টমিত, বিব্বোক, ললিত আৰু বিহৃত — এই দহ প্ৰকাৰ স্বভাৱজ অৰ্থাৎ স্বাভাৱিকতে বিদ্যামান (অলঙ্কাৰ) ।

মূল — নিৰ্ৱিকাৰত্মকাৎ সত্ত্বাৎ ভাৱস্তত্ৰাদ্যৱিক্ৰিয়া ॥ ৩৩ ॥

অনুবাদ — নিৰ্বিকাৰ সত্ত্বত (চিত্ৰত) প্ৰথম বিকাৰেই (বিকাৰৰ আৱিৰ্ভাৱেই) ভাৱ ।
[চিত্তত কোনো ধৰণৰ বিকাৰ (মানসিক বিক্ৰিয়া) নোহোৱা অৱস্থাটো হ'ল সত্ত্ব । কোনো কাৰণৰ দ্বাৰা প্ৰথম পৰ্যায়ত উৎপন্ন হোৱা বিকাৰেই হ'ল ভাৱ নাম এই শৰীৰজ অলঙ্কাৰ । যথা 'দৃষ্টিঃ সালসতাং' আদি অজ্ঞাত কবিৰ ৰচনা, 'কুমাৰসম্ভৱ'ৰ (৩/৬৭) আৰু 'তদেৱ ৱচনংতে' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — অল্পালাপঃ সশৃঙ্গাৰো হাৱোহক্ষিভ্ৰূৱিকাৰকৃৎ ।

অনুবাদ — শৃঙ্গাৰযুক্ত অলপীয়া কথা আৰু চকু তথা ভ্ৰূৰ বিকাৰ হোৱাকে হাৱ বোলা হয় ।
[ভাৱ হ'ল প্ৰথমে উৎপন্ন মানসিক বিকাৰ । সিয়েই চকু তথা ভ্ৰূৰ দ্বাৰা প্ৰকাশ্যমান হ'লে হাৱ নামক অলঙ্কাৰ হয় । উদাহৰণ 'যৎকিমপি' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — স এৱ হেলা সুব্যক্তশৃঙ্গাৰৰসসূচিকা ॥ ৩৪ ॥

অনুবাদ — সিয়েই (ভাৱেই) হেলা য'ত শৃঙ্গাৰৰস স্পষ্ট ৰূপত সূচিত হয় ।

[ৰতিভাৰ প্ৰকট হোৱাকে হেলা বোলা হয় । 'তথা ঝটিত্যস্যাঃ' আদি উদাহৰণ ধনিকৰ নিজৰ ।]

মূল – ৰূপোপভোগতাৰুণ্যৈঃ শোভাঙ্গনাং ৱিভূষনম্ ।

অনুবাদ – ৰূপ, উপভোগ (বিলাস বা বিভ্ৰম) আৰু তাৰুণ্যৰ বাবে অঙ্গৰ বিভূষণেই (সৌন্দৰ্যবৃদ্ধি) শোভা ।
[যথা – 'কুমাৰসম্ভৱ'ৰ (৭।১৩) আৰু 'অভিজ্ঞানশকুন্তল'ৰ (২।১০)]

মূল – মন্মথামাপিতচ্ছায়া সৈৱ কান্তিৰিতি স্মৃতা ॥ ৩৫ ॥

অনুবাদ – কামদেৱতাৰ দ্বাৰা ঘনীভূত হোৱা শৰীৰৰ (কামভাৱৰ দ্বাৰা বৃদ্ধি হোৱা) শোভাকে কান্তি বোলা হয় ।
[যথা – 'উন্মীলদ্' আদি অজ্ঞাত কৱিৰ ৰচনা ।]

মূল – অনুল্বণত্বং মাধুৰ্য়ম্ ————

অনুবাদ – (সকলো অৱস্থাতে পৰিমিত) ৰমনীয়তাই মাধুৰ্য ।
[যথা —'অভিজ্ঞানশকুন্তল'ৰ (১।১৭) ।]

মূল – ———— দীপ্তিঃ কান্তেস্তু ৱিস্তৰঃ ।

অনুবাদ – কান্তিৰ বৃদ্ধিয়েই (বিস্তাৰেই) দীপ্তি ।
[যথা — 'গাথাসপ্তশতী'ৰ (৯৬২) ।]

মূল – নিঃসাধ্বসত্বং প্ৰাগল্ভ্যম্ ——

অনুবাদ – সাধ্বসৰ (মনৰ ক্ষোভ তথা তজ্জনিত শৰীৰৰ অৱসাদ) অভাৱকে প্ৰাগল্ভ্য বোলা হয় ।
[যথা —– তথা ব্ৰীড়া' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল – ———————— ঔদাৰ্যং প্ৰশ্ৰয়ঃ সদা ॥ ৩৬ ॥

অনুবাদ – সৰ্বদা (বিনয়পূৰ্বক) অনুকূল প্ৰেমেই ঔদাৰ্য বা উদাৰতা ।
[সকলো অৱস্থাতে সবিনয় প্ৰেমাকুলতা প্ৰশ্ৰয় । উদাহৰণ যথা — 'গাথাসপ্তশতী'ৰ



(২২৬) আৰু 'ৰত্নাৱলী'ৰ (২।১৯) ।]

মূল – চাপলাৱিহতা ধৈৰ্য়ং চিংবৃত্তিৰৱিকথনা ।

উনুবাদ – চঞ্চলতা আৰু আত্মপ্ৰশংসা ৰহিত মনোবৃত্তিকে ধৈৰ্য বোলা হয় ।
[উদাহৰণ যথা – 'মালতীমাধৱ'ৰ (২।২) ।]

মূল – প্ৰিয়ানুকৰণং লীলা মধুৰাঙ্গৱিচেষ্টিতৈঃ ॥ ৩৭ ॥

অনুবাদ – প্ৰিয়তমক মধুৰভাৱে নায়িকাই অনুকৰণ কৰাকে লীলা বোলে ।
[এই অনুকৰণ শৃঙ্গাৰাদি কাৰ্য, বেশভূষা তথা কথাবাৰ্তা হ'ব পাৰে । উদাহৰণ যথা – 'তথা দৃষ্টিং' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল – তাৎকলিকো ৱিশেষস্তু ৱিলাসোঽঙ্গক্ৰিয়াদিষু ।

অনুবাদ – (নায়িকাৰ) অঙ্গ-প্ৰত্যঙ্গ আৰু ক্ৰিয়া আদিৰ তাৎক্ষণিক বিশেষতাই (ৱিশেষ পৰিৱৰ্তনেই) বিলাস ।
[বিলাস হ'ল প্ৰিয়তমৰ দৰ্শনত ওপজা নায়িকাৰ আঙ্গিক, কাৰ্য তথা কথা-বতৰাত হোৱা বিশেষ পৰিৱৰ্তন । উদাহৰণ যথা – 'মালতীমাধৱ'ৰ (১।২৯) ।]

মূল – আকল্পৰচনাঽল্পাপি ৱিচ্ছিত্তিঃ কান্তিপোষকৃৎ ॥ ৩৮ ॥

অনুবাদ – অলপীয়া বেশভূষাই (অলঙ্কাৰেই) অত্যাধিক শোভা বৃদ্ধি কৰিলে বিচ্ছিত্তি হয় ।
[যথা — 'কুমাৰসম্ভৱ'ৰ (৭।১৭) ।]

মূল – ৱিভ্ৰমস্ত্বৰয়া কালে ভূষাস্থানৱিপৰ্য়য়ঃ ।

অনুবাদ – (প্ৰিয়তমৰ আগমন) বেলাত খৰখৰ হেতু অলঙ্কাৰ পিন্ধাৰ স্থানৰ বিপৰ্যয় (সলনা-সলনি) হোৱাকে বিভ্ৰম বোলা হয় ।
[উদাহৰণ যথা – 'অভ্যুদ্গতে' আদি অজ্ঞাত কবিৰ আৰু 'শ্ৰুত্বায়তং' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল - ক্ৰোধাশ্ৰুহৰ্ষভীত্যাদেঃ সঙ্কৰঃ কিলকিঞ্চিতম্ ॥ ৩৯ ॥

অনুবাদ — (নায়িকাৰ গাত ) খং, অশ্রু, আনন্দ আৰু ভয় আদি একেলগে দেখা দিয়াকে কিলকিঞ্চিত বোলে ।
[যথা — 'ৰতিক্রীড়াদ্যূতে' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — মোট্টায়িতং তু তদ্ভাৱভাৱনেষ্টকথাদিষু ।

অনুবাদ — (প্রিয়তমৰ) ইষ্ট কথাদি শ্রৱণত তেওঁৰ প্রতি ভাৱনাত তন্ময় হোৱাকে মোট্টায়িত বোলে ।
[প্রিয়তমৰ কথা চৰ্চা বা শ্রৱণ মননৰ সময়ত তেওঁৰ প্রতি ভাৱনাত তন্ময় হোৱা নায়িকাৰ এই বিধ অলঙ্কাৰৰ নাম মোট্টায়িত । যথা-পদ্মগুপ্তৰ 'নৱসাহসাঙ্কচৰিত'ৰ (৬।৪২), 'মাতঃ কং' আদি অজ্ঞাত কবিৰ আৰু 'স্মৰদৱথু' আদি ধনিকৰ ৰচনা ।]

মূল — সানন্দাতঃ কুট্টামিতং কুপ্যেৎ কেশাধৰগ্রহে ॥ ৪০ ॥

অনুবাদ — কেশ আৰু অধৰত (নায়কৰ) স্পৰ্শত আনন্দিত হ'লেও (নায়িকাৰ) খং প্রদর্শনক কুট্টামিত বোলে ।
[যথা — 'নান্দীপদানি' আদি অজ্ঞাত কবিৰ ৰচনা ।]

মূল — গৰ্ৱাভিমানাদিষ্টেহপি বিব্বোকোহনাদৰক্রিয়া ,.

অনুবাদ — গৰ্ব আৰু অভিমানৰ দ্বাৰা ইষ্ট বস্তুক (অভিলষিত) কৰা অনাদৰক বিব্বোক বোলে ।
[যথা – 'সৱ্যাজং' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — সুকুমাৰাঙ্গৱিন্যাসো মসৃণো ললিতং ভৱেৎ ॥ ৪১ ॥

অনুবাদ — সুকোমল অঙ্গ মসৃণ (ৰসযুক্ত) বিন্যাসেই ললিত ।
[বিনা প্রয়োজনত সুকোমল অঙ্গ-প্রত্যঙ্গৰ ৰসাত্মক সঞ্চালনক ললিত বোলা হয় । প্রয়োজন সাপেক্ষে হ'লে তাৰ নাম বিলাস হ'ব । যথা – 'সভ্রূভঙ্গং' আদি ধনিকৰ ৰচনা ।]

মূল — প্রাপ্তকালং ন য়দ্ ব্রূয়াদ্ ব্রীড়য়া বিহৃতং হি তৎ ।

অনুবাদ — উচিত অৱসৰ (সময়) পালেও লাজৰ বাবে (নায়িকাই) কথা নোকোৱাকে বিহৃত বোলে ।



[যথা – 'অমৰুশতক'ৰ (১৩৬) ।]

মূল — মন্ত্রী স্বং ৱোভয়ং ৱাপি সখা তস্যাৰ্থচিন্তনে ॥ ৪২ ॥

অনুবাদ — সেই ব্যক্তিৰ (নায়কৰ) অৰ্থৰ (নিজৰ কাৰ্যসিদ্ধি অথবা ৰাজনীতি) চিন্তাত মন্ত্রী, স্বয়ং (নায়ক নিজে) বা দুয়ো সহায়ক হয় ।
[অৰ্থ শব্দই নিদৰ স্বাৰ্থসিদ্ধিৰ উপৰত তন্ত্র অৰ্থাৎ স্বৰাষ্ট্রৰক্ষণ আৰু আৱাপ পৰৰাষ্ট্র আক্রমণ — এই দুয়োটাকে বুজাইছে । এই কাম কেতিয়াবা নায়কৰ মন্ত্রীয়ে, কেতিয়াবা নিজে আৰু কেতিয়াবা দুয়ো মিলি সমাধা কৰে ।]

মূল — মন্ত্রিণা ললিতঃ শেষা মন্ত্রিস্বায়ত্তসিদ্ধয়ঃ ।

অনুবাদ — ললিত নায়কৰ কাৰ্য সিদ্ধি মন্ত্রীৰ দ্বাৰা হয় । অন্যবিলাকৰ মন্ত্রীয়ে, নিজে অথবা দুয়ো সম্পাদন কৰে ।
[ধীৰললিতনায়কৰ সিদ্ধি মন্ত্রীৰ ওপৰত নিৰ্ভৰশীল । বাকী ধীৰোদাত্ত, ধীৰপ্রশান্ত আৰু ধীৰোদ্ধত নায়কৰ কাৰ্যসিদ্ধি মন্ত্রী, নিজা অথবা দুয়োজনৰ ওপৰত নিৰ্ভৰ কৰে । সাধাৰণতে ধীৰোদাত্ত আৰু ধীৰপ্রশান্তৰ সিদ্ধি উভয়ভিত্তিক আৰু ধীৰোদ্ধত নায়কে নিজে সিদ্ধি লাভ কৰে ।]

মূল — ঋত্বিক্‌পুৰোহিতৌ ধৰ্মে তপস্বিব্রহ্মৱাদিনঃ ॥ ৪৩ ॥

অনুবাদ — (নায়কৰ) ধৰ্মকাৰ্যত ঋত্বিক্, পুৰোহিত, তপস্বী আৰু ব্রহ্মবাদী (তত্ত্বজ্ঞ) সহায়ক হয় ।
[ঋত্বিক হ'ল যজ্ঞ সম্পাদন কৰোঁতা । দশৰথৰ পুত্রেষ্টি যজ্ঞৰ ঋত্বিক হ'ল ঋষ্যশৃঙ্গ । পুৰোহিতে কুলগুৰুক বুজায় । বশিষ্ঠ দশৰথৰ পুৰোহিত । তপস্বী হ'ল তপস্যাদি কৰ্মত নিৰত ঋষি । বিশ্বামিত্র দশৰথৰ বাবে তপস্বী । ব্রহ্মবাদীয়ে ব্রহ্ম অৰ্থাৎ বেদাদি শাস্ত্রত পাৰ্গত আত্মজ্ঞানী লোকক বুজায় । পৰীক্ষিতৰ ক্ষেত্রত শুকমুনি ব্রহ্মবাদী ।]

মূল — সুহৃৎ কুমাৰাটৱিকা দণ্ডে সামন্তসৈনিকাঃ ।

অনুবাদ — দণ্ডপ্রয়োগৰ ক্ষেত্রত (দুষ্ট দমনত) সুহৃৎ, ৰাজকুমাৰ, বনসীমাৰক্ষক, সামন্ত আৰু সেনা তথা সেনাধিকাৰীসকল সহায়ক হয় ।
[সুহৃদৰ উদাহৰণ হৈছে হনুমান (ৰামচন্দ্রৰ ক্ষেত্রত) । ৰাজকুমাৰৰ সহায় যেনে

যুধিষ্ঠিৰৰ বাবে অভিমন্যুৰ সহায় । বনদুৰ্গাধিকাৰী হৈছে 'মুদ্ৰাৰাক্ষস' নাটকৰ কৌলুতসকল, সামন্ত হৈছে সেই নাটকৰে মলয়কেতু আৰু সৈনিক তথা সেনাপতিসকল ।]

মূল — অন্তঃপুৰে ৰ্বৰ্ষৰাঃ কিৰাতা মূকৱামনাঃ ॥ ৪৪ ॥
ম্লেচ্ছাভীৰশকাৰাদ্যাঃ স্বস্বকাৰ্য়োপয়োগিনঃ ।

অনুবাদ — অন্তেষপুৰত নপুংসক, কিৰাত, বোবা, বামন, ম্লেচ্ছ, গোৱাল আৰু শকাৰাদি নিজ নিজ কাৰ্যেৰে নায়কৰ সহায়ক হয় ।
[সীমাৰ সিপাৰে অথবা সীমা-মূৰিয়লিত বাস কৰা জনজাতি লোক হ'ল কিৰাত । শকাৰ হ'ল নীচ জাতিত জন্ম, ৰজাৰ অবিবাহিতা পত্নীৰ ভায়েক । ম্লেচ্ছ হ'ল শবৰ, পুলিন্দ আদি জাতিৰ লোক ।]

মূল — জ্যেষ্ঠমধ্যাধমত্বেন সৰ্ব্বেষাং চ ত্ৰিৰূপতা ॥ ৪৫ ॥
তাৰতম্যাদয়থোক্তানাং গুণানাং চোত্তমাদিতা ।

অনুবাদ — এই সকলোবিলাকক (নায়কাদিক) জেষ্ঠ, মধ্যম আৰু অধম — এই ভেদে তিনি প্ৰকাৰৰ । উত্তমাদিৰ বিভাজন পূৰ্ববৰ্নিত গুণবিলাকৰ তাৰতম্যৰ আধাৰত কৰা হৈছে ।
[নায়ক-নায়িকা, দূত-দূতী তথা মন্ত্ৰী-পুৰোহিত আদি চৰিত্ৰবিলাক গুণৰ তাৰতম্যৰ ভিত্তিত উত্তম, মধ্যম আৰু অধম — এই তিনি ভাগত ভগোৱা হৈছে, গুণৰ সংখ্যাৰ ভিত্তিত নহয় ।]

মূল — এৱং নাট্যে ৱিধাতৱ্যো নায়কঃ সপৰিচ্ছদঃ ॥ ৪৬ ॥

অনুবাদ — এনে ধৰণে নাটকত (ৰূপকত) নায়কক পৰিজন সহ (অন্য চৰিত্ৰ সহ) উল্লেখ (অঙ্কন) কৰা উচিত ।

মূল — তৎ ৱ্যাপাৰাত্মিকা ৱৃত্তিঃ চতুৰ্ধা ——

অনুবাদ — তেওঁৰ (নায়কৰ) ব্যাপাৰ বিশেষকে (চেষ্টা বিশেষ) বৃত্তি বোলা হয় । ই চাৰিবিধ ।
[নায়কৰ স্বভাৱৰ অনুৰূপ চেষ্টাই হ'ল বৃত্তি । নায়কৰ নিজ নিজ স্বভাৱৰ দ্বাৰা প্ৰেৰিত কাম বা চেষ্টাত প্ৰবৃত্ত হোৱাটোৱেই বৃত্তি । কৈশিকী, সাত্বতী, আৰভটী



আৰু ভাৰতী ভেদে ই চাৰিবিধ ।]

মূল — —— তত্ৰ কৈশিকী ।
গীত নৃত্যৱিলাসাদ্যৈৰ্মৃদুঃ শৃঙ্গাৰচেষ্টিতৈঃ ॥ ৪৭ ॥

অনুবাদ — তাৰ ভিতৰত গীত, নৃত্য, বিলাসাদি শৃঙ্গাৰ চেষ্টাৰ দ্বাৰা প্ৰকাশিত সুকুমাৰ বৃত্তিক কৈশিকী বোলা হয় ।

মূল — নৰ্মতৎস্ফিঞ্জতৎ স্ফোটতৎ গৰ্ভৈশ্চতুৰঙ্গিকা ।

অনুবাদ — নৰ্ম, নৰ্মস্ফিঞ্জ (নমস্ফূৰ্জ), নৰ্মস্ফোট আৰু নৰ্মগৰ্ভ — এই ভেদে ইয়াৰ (কৈশিকী বৃত্তিৰ) চাৰি অঙ্গ অৰ্থাৎ বিভাগ ।

মূল — ৱৈদগ্ধ্যক্ৰীড়িতং নৰ্ম প্ৰিয়োপচ্ছন্দনাত্মকম্ ॥ ৪৮ ॥
হাস্যেনৈৱ সশৃঙ্গাৰভয়েন বিহিতং ত্ৰিধা ।
আত্মোপক্ষেপসংভোগমানৈঃ শৃঙ্গাৰ্য়পি ত্ৰিধা ॥ ৪৯ ॥
শুদ্ধমঙ্গং ভয়ং দ্বেধা ত্ৰেধা ৱাগ্বেষচেষ্টিতৈঃ ।
সৰ্ব্বং সহাস্যমিত্যেৱং নৰ্মাষ্টাদশধোদিতম্ ॥ ৫০॥

অনুবাদ — প্ৰিয়জনক প্ৰসন্ন কৰা চতুৰ ক্ৰীড়াকে (চেষ্টা বা পৰিহাস) নৰ্ম বোলা হয় । ই তিনি বিধ — হাস্যনৰ্ম (শুদ্ধ হাস্যযুক্ত নৰ্ম), শৃঙ্গাৰনৰ্ম (শৃঙ্গাৰযুক্তহাস্যনৰ্ম) আৰু ভয়নৰ্ম (ভয় মিশ্ৰিত হাস্যনৰ্ম) । ইয়াৰে শৃঙ্গাৰনৰ্ম আত্মোপক্ষেপ (য'ত নায়ক তথা নায়িকাই প্ৰেমক প্ৰকট কৰি দেখুৱায়), সম্ভোগ (য'ত সম্ভোগৰ ইচ্ছা দেখুওৱা হয়) আৰু মান (য'ত অপৰাধী নায়কৰ ওপৰত নায়িকাই অভিমান কৰে ।) — এই ভেদে তিনি বিধ । শুদ্ধ আৰু অঙ্গভূত বা ৰসান্তৰ (অৰ্থাৎ কোনো ৰসৰ অঙ্গ হিচাপে দেখুৱালে) — এই ভেদে দুবিধ । বচন, বেষভূষা আৰু চেষ্টাৰ (অঙ্গসঞ্চালনাদিকৰ্ম) দ্বাৰা হাস্যসমন্বিতে সকলো প্ৰকাৰৰ নৰ্মৰে প্ৰত্যেকৰে তিনিভাগ । এনেদৰে নৰ্ম ওঠৰ প্ৰকাৰৰ বুলি কোৱা হয় ।
[শুদ্ধহাস্যনৰ্মৰ তিনিভাগ — ১। বচনশুদ্ধহাস্যনৰ্ম (কুমাৰসম্ভৱৰ ৭।১৯), ২। বেশভূষাশুদ্ধহাস্যনৰ্ম ('নাগানন্দ'ৰ বিদূষক আৰু শেষৰবাৰ ঘটনা) আৰু ৩। চেষ্টাশুদ্ধহাস্যনৰ্ম ('মালৱিকাগ্নিমিত্ৰ'ত বিদূষকৰ গাত নিপুনিকাৰ দণ্ডকাষ্ঠ স্থাপন) । শৃঙ্গাৰনৰ্মৰ আত্মোপক্ষেপ, সম্ভোগ আৰু মানৰ প্ৰত্যেকৰে বচন, বেশভূষা আৰু চেষ্টাৰ বিভাগেৰে মুঠ নবিধ । যেনে — ১। বচনআত্মোপক্ষেপশৃঙ্গাৰ— হাস্যনৰ্ম

('মধ্যাহ্নং' আদি অজ্ঞাত কবিৰ ৰচনা), ২। বেষভূষা— আত্মোপক্ষেপশৃঙ্গাৰহাস্যনৰ্ম, ৩। চেষ্টাআত্মোপক্ষেপশৃঙ্গাৰ হাস্যনৰ্ম, ৪। বচনসম্ভোগশৃঙ্গাৰহাস্যনৰ্ম ('গাথাসপ্তশতী'ৰ ১৩০) ৫। বেশভূষাসম্ভোগশৃঙ্গাৰহাস্যনৰ্ম, ৬। চেষ্টাসম্ভোগশৃঙ্গাৰহাস্যনৰ্ম, ৭। বচনমানশৃঙ্গাৰহাস্যনৰ্ম, ৮। বেশভূষামানশৃঙ্গা হাস্যনৰ্ম আৰু ৯। চেষ্টামানশৃঙ্গাৰহাস্যনৰ্ম। শুদ্ধ আৰু ৰসান্তৰ ভয় নৰ্মৰো বচন, বেশভূষা আৰু চেষ্টা অনুসাৰে ছয় প্ৰকাৰৰ । যেনে — ১। বচনশুদ্ধভয়হাস্যনৰ্ম, ২। বেশভূষাশুদ্ধভয়হাস্যনৰ্ম, ৩। চেষ্টাশুদ্ধভয়হাস্যনৰ্ম, ৪। বচনৰসান্তৰভয়হাস্যনৰ্ম, ৫। বেশভূষাৰসান্তৰভয়হাস্যনৰ্ম আৰু ৬। চেষ্টাৰসান্তৰভয়হাস্যনৰ্ম । এনেদৰে (৩+৯+৬) নৰ্ম ওঠৰ প্ৰকাৰৰ ।]

মূল — নৰ্মস্ফিঞ্জঃ (স্পূৰ্জঃ) সুখাৰম্ভো ভয়ান্তো নৱসঙ্গমে ।

অনুবাদ — (নায়ক-নায়িকাৰ) প্ৰথম সমাগমৰ আৰম্ভণিতে সুখ আৰু অন্তত ভয় (কোনোবাই দেখা পোৱাৰ ভয়) হয় তাকে নৰ্মস্ফিঞ্জ বোলে ।
[যথা — 'মালৱিকাগ্নিমিত্ৰ'ৰ (৪।১৩) ।]

মূল — নৰ্মস্ফোটস্তু ভাৱানাং সূচিতোহল্পৰসো লৱৈঃ ॥ ৫১ ॥

অনুবাদ — (সাত্ত্বিক আদি) ভাৱৰ লেশমাত্ৰৰ দ্বাৰা কিঞ্চিৎ পৰিমাণৰ ৰসৰ (শৃঙ্গাৰৰ) সূচনা কৰাকে নৰ্মস্ফোট বোলে ।
[উদাহৰণ যথা — 'মালতীমাধৱ'ৰ (১।২০) ।]

মূল — ছন্ননেত্ৰপ্ৰতীচাৰো নৰ্মগৰ্ভোহৰ্থহেতৱে ।

অনুবাদ — প্ৰয়োজন সিদ্ধিৰ অৰ্থে নায়কৰ গুপুত ব্যৱহাৰক (কৰ্মক) নৰ্মগৰ্ভ বোলে । [যথা 'অমৰুশতক'ৰ (১৯) আৰু শ্ৰীহৰ্ষৰ 'প্ৰিয়দৰ্শিকা' নাটিকাত বৎসৰাজে নিজেই নিজৰ ভূমিকাত মনোৰমাৰ সলনি অভিনয় কৰিছিল ।]

মূল — অঙ্গৈঃ সহাস্যনিৰ্হাস্যৈৰেভিৰেষাহত্ৰ কৈশিকী ॥ ৫২ ॥

অনুবাদ — এনেদৰে অঙ্গসহিত হাস্যযুক্ত আৰু হাস্যৰহিত কৈশিকীবৃত্তিৰ নিৰূপণ কৰা হ'ল ।
[হাস্যযুক্ত ১৮ বিধ আৰু হাস্যৰহিত ৩ বিধ — মুঠতে কৈশিকীবৃত্তি ২১ বিধ ।]

মূল — ৱিশোকা সাত্ত্বতী সত্ত্বাশৌৰ্য্যত্যাগদয়াৰ্জৱৈঃ ।



সংলাপোত্থাপকাৱস্যাং সাঙ্ঘাত্যঃ পৰিৱৰ্তকঃ ॥ ৫৩ ॥

অনুবাদ — সত্ত্ব (অধ্যৱসায়), শৌৰ্য, ত্যাগ, দয়া আৰু সৰলতাযুক্ত নায়কৰ শোকৰহিত ব্যাপাৰেই সাত্ত্বতীবৃত্তি । ইয়াৰ সংলাপ (সংলাপক), উত্থাপক, সাঙ্ঘাত্য আৰু পৰিবৰ্তক — এই চাৰি বিভাগ ।

মূল — সংলাপকো গভীৰোক্তিৰ্নানাভাৱৰসা মিথঃ ।

অনুবাদ — নানা প্ৰকাৰৰ ভাব আৰু ৰসযুক্ত পৰস্পৰ সাৰগৰ্ভ উক্তি প্ৰত্যুক্তিকে সংলাপক বোলা হয় ।
['মহাবীৰচৰিত'ৰ (২।৩৪) পৰশুৰাম আৰু ৰামৰ গভীৰ কথোপকথন ।]

মূল — উত্থাপকস্তু য়ত্ৰাদৌ যুদ্ধায়োত্থাপয়েৎ পৰম্ ॥ ৫৪ ॥

অনুবাদ — য'ত প্ৰথমে এজন পাত্ৰই আনজনক যুদ্ধৰ বাবে উৎসাহিত কৰে, তাকে উত্থাপক বোলে ।
[যথা 'মহাবীৰচৰিত'ৰ (৫।৪৯) ।]

মূল — মন্ত্ৰাৰ্থদৈৱশক্ত্যাদেঃ সাঙ্ঘাত্যঃ সঙ্ঘভেদনম্ ।

অনুবাদ — মন্ত্ৰ (কূটবুদ্ধি), অৰ্থ আৰু দৈৱাদি শক্তিৰ দ্বাৰা কোনো সংঘ বা সৈন্যদলক ভেদ (বিচ্ছেদ) কৰণেই সাঙ্ঘাত্য ।
['মুদ্ৰাৰাক্ষস' নাটকত মন্ত্ৰৰ দ্বাৰা চাণক্যই মন্ত্ৰী ৰাক্ষস আৰু মিত্ৰগণৰ মাজত বিভেদ আনিছে । উক্ত নাটকতে অৰ্থশক্তিৰ দ্বাৰা পৰ্বতকৰ (এটা চৰিত্ৰ) আভূষণ ৰাক্ষসৰ হাতলৈ অনাই দি মলয়কেতু আৰু সহযোগীসকলৰ মাজত বিভাজন আনিছে । দৈৱশক্তিৰ উদাহৰণ হৈছে — ৰামায়ণত ৰামৰ দৈৱশক্তিৰ দ্বাৰা বিভীষণ আৰু ৰাৱণৰ মাজত বিভেদ আনিছে ।]

মূল — পাৰব্ধোত্থানকাৰ্য়ান্যকৰণাৎ পৰিৱৰ্তকঃ ॥ ৫৫ ॥

অনুবাদ — আৰম্ভ কৰা কাৰ্য (প্ৰচলিত উদ্যোগ) এৰি অন্য কাৰ্য কৰাকে পৰিবৰ্তক বোলে ।
[যথা 'মহাবীৰচৰিত'ৰ (২।৩৭) আৰু ইয়াৰ পিছৰ ৰামৰ সংলাপ ।]

মূল — এভিৰঙ্গৈশ্চতুৰ্ধেয়ং সাত্ত্বতী ———

অনুবাদ — এই কেইটা অঙ্গেৰে সৈতে শাত্ত্বতীবৃত্তি চাৰিপ্ৰকাৰৰ ।

মূল — ———————— আৰভটী পুনঃ ।
মায়েন্দ্ৰজালসংগ্ৰামক্ৰোধোদ্ভ্ৰান্তাদিচেষ্টিতৈঃ ॥

অনুবাদ — আনহাতে আৰভটীবৃত্তি মায়া, ইন্দ্ৰজাল, সংগ্ৰাম, ক্ৰোধ, উদ্ভ্ৰান্ত আদি চেষ্টাৰ লগত সংযুক্ত ।

মূল — সংক্ষিপ্তিকা স্যাৎ সংঘোটো ৱস্তূথানাৱপাতনে ।

অনুবাদ — (আৰভটীৰ চাৰি ভাগ) সংক্ষিপ্তিকা (সংক্ষিপ্তি), সংঘোট, বস্তূথান (বস্তূথাপন) আৰু অৱপাতন (অৱপাত) ।

মূল — সংক্ষিপ্তৱস্তুৰচনা সংক্ষিপ্তিঃ শিল্পয়োগতঃ ॥ ৫৭ ॥
পূৰ্ৱনেতৃনিবৃত্ত্যাহন্যে নেত্ৰন্তৰপৰিগ্ৰহ ঃ ।

অনুবাদ — শিল্পকলাৰ প্ৰয়োগৰ বাবে দ্ৰব্যৰ দ্বাৰা সংক্ষিপ্ত বস্তু নিৰ্মাণেই সংক্ষিপ্তি বা সংক্ষিপ্তিকা । অন্য কিছুমানে (আলঙ্কাৰিকে) পূৰ্ব নায়কৰ পিছত নতুন নায়কৰ আগমনক সংক্ষিপ্তি বুলি কয় ।
[মাটি, বাঁহ, পাত বা চামৰা আদিৰ সাহয়ত বস্তু নিৰ্মাণেই সংক্ষিপ্তি । 'উদয়নচৰিত'ত কাঠৰ হাতী নিৰ্মাণেই ইয়াৰ উদাহৰণ । অন্য কিছু আলঙ্কাৰিকে কয় যে এজন নায়কৰ প্ৰস্থানৰ পাছত নতুন এজন নায়কৰ আগমনেই সংক্ষিপ্তি । যেনে 'ৰামায়ণ'ত বালিৰ পতনৰ পাছত সুগ্ৰীৱৰ ৰাজ্য লাভ । কিছুমানে একেজন নায়কৰে অৱস্থাৰ পৰিবৰ্তন হোৱাকো সংক্ষিপ্তি বুলি ক'ব খোজে । ৰামে পৰশুৰামৰ ঔদ্ধত্য নাশ কৰাৰ পাছত পৰশুৰামৰ স্বাভাৱিক আৰু শান্ত অৱস্থা পোৱাটোৱে হ'ল ইয়াৰ উদাহৰণ ।]

মূল — সংঘোটস্তু সমাঘাতঃ ক্ৰুদ্ধসংৰব্ধয়োৰ্দ্ধয়োঃ ॥ ৫৮ ॥

অনুবাদ — ক্ৰুদ্ধ আৰু উত্তেজিত দুজনৰ (দুটা চৰিত্ৰৰ) পৰস্পৰ প্ৰহাৰক সংঘোট বোলা হয় ।
[ভৱভূতিৰ 'মালতীমাধৱ' নাটকৰ মাধৱ আৰু অঘোৰঘণ্টৰ পৰস্পৰ সংঘাত তথা ৰামায়ণৰ কথা বস্তুৰ আধাৰত ৰচিত নাটকৰ লক্ষণ আৰু ইন্দ্ৰজিতৰ মাজত সংঘাতেই হৈছে সংঘোট ।]



মূল — মায়াদ্যুত্থাপিতং ৱস্তু ৱস্তূথাপনমিষ্যতে ।

অনুবাদ — মায়া আদিৰ দ্বাৰা কিবা বস্তুৰ উথাপন কৰাকে বস্তূথাপন বোলা হয় ।
[যথা 'জীয়ন্তে জয়িনোহপি' আদি মায়ুৰাজৰ 'উদাত্তৰাঘৱ' নামৰ নাটকৰ এই শ্লোকটো । সম্প্ৰতি নাটকখন দুৰ্লভ ।]

মূল — আৱপাতস্তু নিষ্ক্ৰামপ্ৰৱেশত্ৰাসৱিদ্ৰৱৈঃ ॥ ৫৯ ॥

অনুবাদ — অৱপাত হ'ল প্ৰস্থান, প্ৰৱেশ, ত্ৰাস আৰু ভয়ভীত পলায়ন ।
[যথা — 'ৰত্নাৱলী'ৰ (২।২) আৰু ২।৩) ।]

মূল — এভিৰঙ্গৈশ্চতুৰ্ধেয়ম্ ————

অনুবাদ — এই কেইটা অঙ্গেৰে ইয়াৰ (আৰভটীবৃত্তিৰ) চাৰি প্ৰকাৰৰ ।

মূল — ———————— নাৰ্তবৃত্তিৰতঃ পৰা ।

অনুবাদ — ইয়াৰ পাছত (কৈশিকী, সাত্ত্বতী আৰু আৰভটী বৃত্তিৰ পাছত) অন্য কোনো অৰ্থবৃত্তি নাই ।

মূল — চতুৰ্থী ভাৰতী সাপি ৱাচ্যা নাটকলক্ষণে ॥ ৬০ ॥

অনুবাদ — চতুৰ্থ প্ৰকাৰৰ বৃত্তি হ'ল ভাৰতী । (ইয়াক) নাটকৰ লক্ষণ প্ৰসঙ্গত কোৱা হ'ব ।
[ভাৰতীবৃত্তি শব্দবৃত্তি হোৱা বাবে ইয়াৰ আলোচনা 'তৃতীয় প্ৰকাশ'ত কৰিছে ।]

মূল — কৈশিকীং সাত্ত্বতীং চাৰ্থবৃত্তিমাৰভটীমিতি ॥
পঠন্তঃ পঞ্চমীং বৃত্তিমৌদ্ভটাঃ প্ৰতিজানতে ॥ ৬১ ॥

অনুবাদ — কৈশিকী, সাত্ত্বতী আৰু আৰভটী হ'ল অৰ্থবৃত্তি । উদ্ভটৰ মতানুযায়ীসকলে (এইবিলাকৰ উপৰিও) পঞ্চম প্ৰকাৰৰ অন্য এবিধ বৃত্তি মানি লয় ।
[উদ্ভট (খৃঃ ৮০০) হ'ল 'অলঙ্কাৰসাৰসংগ্ৰহ'ৰ প্ৰণেতা । তেওঁৰ অনুগামীসকলে 'অৰ্থবৃত্তি' নামৰ পঞ্চম বৃত্তিৰ কথা স্বীকাৰ কৰে, কিন্তু ধনঞ্জয়ে তাক মানি ল'ব নোখোজে ।]

মূৰ — শৃঙ্গাৰে কৈশিকী ৰীৰে সাত্ত্বত্যাৰভটী পুনঃ ।
ৰসে ৰৌদ্রে চ বীভৎসে বৃত্তিঃ সৰ্বত্ৰ ভাৰতী ॥ ৬২॥

অনুবাদ — শৃঙ্গাৰৰসত কৈশিকী, বীৰৰসত সাত্ত্বতী, ৰৌদ্ৰ আৰু বীভৎসৰসত আৰভটী আৰু সকলো ৰসতে ভাৰতী বৃত্তিৰ প্ৰয়োগ হয় ।

মূল — দেশভাষাক্ৰিয়াৱেষলক্ষণাঃ স্যুঃ প্ৰবৃত্তয়ঃ ।
লোকাদেৱাৱগম্যৈতা য়থৌচিত্যং প্ৰয়োজয়েৎ ॥ ৬৩ ॥

অনুবাদ — দেশৰ (তথা কালৰ) অনুকূলে ভাষা, ক্ৰিয়া (চেষ্টা) আৰু সাজ-পোছাকৰ বিশেষ বিশেষ লক্ষণেই প্ৰবৃত্তি (নাট্য প্ৰবৃত্তি) । লোক ব্যৱহাৰৰ পৰা জানিলে যথোচিতভাৱে প্ৰয়োগ কৰা উচিত ।

মূল — পাঠ্যং তু সংস্কৃতং নৃপমনীচানাং কৃতাত্মনাম্ ।
লিঙ্গিনীনাং মহাদেৱ্যা মন্ত্ৰিজাৱেশ্যয়োঃ ক্বচিৎ ॥ ৬৪ ॥

অনুবাদ– (নাটকত) উচ্চ (কুলীন) আৰু কৃতাত্মা (শ্ৰেষ্ঠ, মহাত্মা আদি) লোকে সংস্কৃত ভাষা কোৱা উচিত । কেতিয়াবা কেতিয়াবা তপস্বিনী, মহাৰাণী, মন্ত্ৰীৰ জীয়েক আৰু বেশ্যায়েও সংস্কৃত ভাষা কয় ।

মূল — স্ত্ৰীণাং তু প্ৰাকৃতং প্ৰায়ঃ শৌৰসেন্যধমেষু চ ।
পিশাচাত্যন্তনীচাদৌ পৈশাচং মাগধং তথা ॥ ৬৫ ॥
য়দ্দেশং নীচপাত্ৰং য়ত্তদ্দেশং তস্য ভাষিতম্ ।
কাৰ্যতশ্চোত্তমাদীনাং কাৰ্য্যো ভাষাব্যতিক্ৰমঃ ॥ ৬৬ ॥

অনুবাদ — স্ত্ৰীলোকৰ (স্ত্ৰী চৰিত্ৰৰ) ভাষা প্ৰায়ে প্ৰাকৃত হয় আৰু অধম চৰিত্ৰৰ ভাষা সৌৰসেনী হয় । তেনেকৈ পিশাচ আৰু অত্যন্ত নীচপাত্ৰ আদিয়ে পৈশাচ আৰু মাগধী প্ৰাকৃত কয় । অধমপাত্ৰ যি দেশৰ হয়, তেওঁৰ ভাষা সেই দেশৰে হয় । কাৰ্যবশতঃ উত্তমাদি (উত্তম, মধ্যম) চৰিত্ৰৰ ভাষা ব্যতিক্ৰম হ'ব পাৰে (অৰ্থাৎ প্ৰাকৃত ভাষাও ব্যৱহাৰ কৰিব পাৰে ।)

মূল — ভগৱন্তো ৱৰৈৰ্ৱাচ্যা ৱিদ্বদ্দেৱৰ্ষিলিঙ্গিনঃ ।
ৱিপ্ৰামাত্যাগ্ৰজাশ্চাহৰ্য়া নটীসূত্ৰভৃতৌ মিথঃ ॥ ৬৭ ॥

অনুবাদ — উচ্চপাত্ৰই বিদ্বান, দেৱ, ঋষি আৰু তাপস্বীক 'ভগৱান্' বুলি আৰু



ব্ৰাহ্মণ, অমাত্য আৰু অগ্ৰজ ভাতৃক 'আৰ্য' বুলি সম্বোধন কৰা উচিত । নটী আৰু সূত্ৰধাৰে পৰস্পৰে পৰস্পৰক 'আৰ্য' আৰু 'আৰ্যা' বুলি মাতিব লাগে ।

মূল — ৰথী সূতেন চায়ুষ্মান্ পূজ্যৈঃ শিষ্যাত্মজানুজাঃ ।
ৱৎসেতি তাতঃ পূজ্যোহপি সুগৃহীতাভিধস্তু তৈঃ ॥ ৬৮ ॥

অনুবাদ — সূতই (ৰথৰ সাৰথি) ৰথীক (ৰথাৰোহী বীৰক) 'আয়ুষ্মান' বুলি, পূজনীয়জনে শিষ্য, নিজৰ সন্তান আৰু ভায়েকক 'বৎস' বুলি, পূজ্যব্যক্তিক শিষ্য আদিয়ে 'তাত' (পিতা) অথবা 'সুগৃহীত- নামধাৰী' (পৱিত্ৰ নামধাৰী) বুলি সম্বোধন কৰিব লাগে ।

মূল — ভাৱোহনুগেন সূত্ৰী চ মাৰ্ষত্যেতেন সোহপি চ ।

অনুবাদ — অনুচৰে (পৰিপাশ্চিক) সূত্ৰধাৰক 'ভাৱ' বুলি আৰু সূত্ৰধাৰে অনুচৰক 'মাৰ্ষ' (মাৰিষ–মিত্ৰ) বুলি ক'ব লাগে ।

মূল — দেৱঃ স্বামীতি নৃপতিৰ্ভৃত্যৈৰ্ভট্টেতি চাধমৈঃ ॥ ৬৯ ॥

অনুবাদ — ৰজাক ভৃত্যই 'দেৱ' অথবা 'স্বামী' বুলি আৰু অধমজনে 'ভট্টা' (গৰাকী) বুলি ক'ব লাগে ।

মূল — আমন্ত্ৰণীয়াঃ পতিৱজ্জ্যেষ্ঠমধ্যাধমৈঃ স্ত্ৰিয়ঃ ।

অনুবাদ — উত্তম, মধ্যম আৰু অধমলোকে স্ত্ৰীপাত্ৰক পতিৰ দৰে (তেওঁলোকৰ পতিৰ ক্ষেত্ৰত প্ৰয়োগ কৰা, কেৱল স্ত্ৰীবাচক শব্দেৰে মাতিব লাগে ।

মূল — সমা হলেতি প্ৰেষ্যা চ হঞ্জে ৱেশ্যাহজ্জুকা তথা ॥ ৭০ ॥
কুট্টিন্যম্বত্যনুগতৈঃ পূজ্যাম্বা জৰতী জনৈঃ ।
ৱিদূষকেণ ভৱতী ৰাজ্ঞী চেটীতি শব্দ্যতে ॥ ৭১ ॥

অনুবাদ — সমনীয়া নাৰীক 'হলা' (সখী), সেৱিকাক 'হঞ্জে' (দাসী), বেশ্যাক 'অজ্জুকা' (গৰাকিনী) বুলি মাতিব লাগে । অনুগতসকলে কুট্টিনীক (গোপন প্ৰেমৰ সহায় কৰোঁতা বয়সস্থা নাৰী) 'অত্তা' (মাতৃ) আৰু পূজনীয়া বৃদ্ধা নাৰীক 'অম্বা' (মাতৃ) বুলি ক'ব লাগে । বিদূষকে মহাৰাণী আৰু চেটীক (দাসী) 'ভৱতি' (দেৱী) বুলি সম্বোধন কৰা উচিত ।

মূল – চেষ্টাগুণোদাহৃতিসত্ত্বভাবান্
অশেষতো নেতৃদশাবিভিন্নান্ ।
কো ৱক্তুমীশো ভৰতো ন যো ৱা
যো ৱা ন দেৱঃ শশিখণ্ডমৌলিঃ ॥ ৭২ ॥

অনুবাদ – ভৰত (নাট্যশাস্ত্ৰৰ প্ৰণেতা) অথবা (জঁটাত) চন্দ্ৰকলাধাৰী শিৱৰ বাহিৰে আন কোনে (নাট্যৰ) চেষ্টা (লীলাদি চেষ্টা), গুণ (ৱিনয়াদি গুণ), উক্তি-প্ৰত্যুক্তি (সংস্কৃতাদি ভাষা), সাত্ত্বিক অৱস্থা, ভাৱ (হাৱাদি ভাৱ) আৰু নায়কৰ (তথা নায়িকাদিৰো) নানা-প্ৰকাৰৰ অৱস্থা সম্যকৰূপে বৰ্ণনা কৰিব পাৰে ?

ধনঞ্জয়কৃত দশৰূপকৰ দ্বিতীয় প্ৰকাশ সমাপ্ত ।



# তৃতীয় প্ৰকাশ

মূল – প্ৰকৃতিত্বাদথান্যেষাং ভূয়োৰসপৰি গ্ৰহাৎ ।
সংপূৰ্ণলক্ষণত্বাচ্চ পূৰ্ব্বং নাটকমুচ্যতে ॥ ১ ॥

অনুবাদ – (নাটক) সকলোৰে (সকলোবিধ ৰূপকৰে ) প্ৰকৃতি অৰ্থাৎ মূল হোৱা বাবে, পুনৰপি ইয়াত (বিভিন্ন) ৰসৰ সন্নিৱেশ হোৱা বাবে আৰু তদুপৰি (ৰূপকৰ) সম্পূৰ্ণ লক্ষণ (নাটকত) পোৱা বাবে নাটকৰ কথাকে প্ৰথমে কোৱা হৈছে । [প্ৰথম প্ৰকাশত কথাবস্তু আৰু দ্বিতীয় প্ৰকাশত নেতা অৰ্থাৎ নায়কৰ কথা বৰ্ণনা কৰাৰ পিছত ৰূপকৰ বস্তু, নেতা আৰু ৰসৰ ক্ৰম অনুসৰি তৃতীয় প্ৰকাশত ৰসৰ উল্লেখ কৰিব লাগিছিল । কিন্তু ৰসৰ স্বৰূপ বৰ্ণনা বিস্তৃত হোৱা বাবে পিছৰ প্ৰকাশলৈ থৈ ইয়াত ৰূপকত এই তিনিও বিধৰে প্ৰয়োগ সম্বন্ধে উল্লেখ কৰিছে ।
[ধনঞ্জয়ে সৰ্ব্বপ্ৰথমে নাটকৰ (দহ বিধ ৰূপকৰ এবিধ) কথা আলোচনা কৰিবলৈ লোৱাৰ এটা কাৰণ আছে । নাটক সকলো ৰূপকৰে প্ৰকৃতি অৰ্থাৎ মূল, বাকীবিলাক হৈছে ইয়াৰ বিকৃতি । নাটকত বহুত ৰস অঙ্গাঙ্গীভাৱে থাকে আৰু লগতে ইয়াত পোৱা যায় ৰূপকৰ সকলো লক্ষণ । গতিকে মূলৰ সম্পূৰ্ণ বৰ্ণনা দাঙি ধৰি বাকীবিলাক 'শেষং নাটকৱৎ' অৰ্থাৎ বাকীখিনি নাটকৰ দৰে বুলি উল্লেখ কৰিছে । সেইবাবে নাটকৰ আলোচনা প্ৰথমে লোৱা হ'ল ।]

মূল – পূৰ্ব্বৰঙ্গং ৱিধায়াদৌ সূত্ৰধাৰে ৱিনিৰ্গতে ।
প্ৰৱিশ্য তদ্বদপৰঃ কাব্যাৰ্থং স্থাপয়েন্নটঃ ॥ ২ ॥

অনুবাদ – (প্ৰথমে) পূৰ্ব্বৰঙ্গ সমাপন কৰি সূত্ৰধাৰ ওলাই যোৱাৰ পিছত তেওঁৰ সমান অন্য এজন নট (ভাৱৰীয়া) প্ৰৱেশ কৰি কাব্যাৰ্থ (নাট্যক) স্থাপনা কৰিব লাগে ।
[পোনপ্ৰথমে সামাজিকৰ মন অনুৰঞ্জন কৰা কাৰণে ই হ'ল পূৰ্ব্বৰঙ্গ । পূৰ্ব্বৰঙ্গ শব্দই নাট্যশালাও বুজায় । নাট্যবস্তু উত্থাপন কৰাৰ আগতে মঙ্গলাচৰণাদি ক্ৰিয়াকলাপেই হ'ল পূৰ্ব্বৰঙ্গ । ই বত্ৰিশ প্ৰকাৰৰ । পূৰ্ব্বৰঙ্গ সমাপন কৰি সূত্ৰধাৰ প্ৰস্থান কৰিব । তেতিয়া সূত্ৰধাৰৰ সমপৰ্যায়ৰ (সমমৰ্যাদাৰ) আন এজন অভিনেতা আহি নাট্যবস্তু স্থাপন কৰিব আৰু সেইবাবে তেওঁক স্থাপক বুলি কোৱা হৈছে । কিন্তু ৰাজশেখৰৰ 'কপূৰ্বমঞ্জৰী'ৰ (প্ৰাকৃত ভাষাত লিখা এখন সট্টক) বাহিৰে অন্যান্য জনাজাত সংস্কৃত ৰূপকত স্থাপকৰ চৰিত্ৰটো পোৱা নাযায় । প্ৰায়

ক্ষেত্ৰতে সূত্ৰধাৰে কেতিয়াবা অকলশৰে, কেতিয়াবা নটী বা পাৰিপাৰ্শ্বিকৰ সহায়ত নাট্যবস্তু উপস্থাপন কৰে ।]

মূল — দিব্যমৰ্ত্যে স তদ্ৰূপো মিশ্ৰমন্যতৰস্তয়োঃ ।
সূচয়েদ্বস্তু বীজং ৰা মুখং পাত্ৰমথাপি ৰা ॥ ৩ ॥

অনুবাদ — তেওঁ (স্থাপকে) দেৱতা ৰূপত দিব্যবস্তুৰ (দেৱতা বিষয়ৰ নাট্যবস্তুৰ), মানৱ ৰূপত মৰ্ত্যবস্তুৰ (মানৱ সম্বন্ধীয় নাট্যবস্তুৰ) আৰু যিকোনো একোটা ৰূপত (দেৱতা বা মানৱৰূপত) মিশ্ৰ নাট্যবস্তুৰ (দেৱতা আৰু মানৱ সম্পৰ্কীয় নাট্যবস্তুৰ) সূচনা দিব লাগে । তেওঁ (নাটকৰ) বস্তু, বীজ, মুখ বা পাত্ৰৰ যিকোনো এবিধক স্থাপন কৰিব লাগে ।

[ধনিকে 'অৱলোক'ত 'উদাত্তৰাঘৱ'ৰ পৰা ১। কথাবস্তু, 'ৰত্নাৱলী'ৰ পৰা ২। বীজ, 'ছলিতৰাম'ৰ পৰা ৩। মুখ আৰু 'অভিজ্ঞানশকুন্তল'ৰ পৰা ৪। পাত্ৰৰ উদাহৰণ দাঙি ধৰিছে ।

১। মায়ুৰাজৰ 'উদাত্তৰাঘৱ'ৰ শ্লোকটোত নাটকৰ কাহিনীভাগ আদিৰে পৰা শেষলৈকে বৰ্ণনা কৰা হৈছে । গতিকে ই কথাবস্তুৰ উদাহৰণ ।

২। 'ৰত্নাৱলী' নাটিকাত (১।৬) সাগৰৰ পৰা ৰত্নাৱলীৰ উদ্ধাৰ আৰু যৌগন্ধৰায়ণৰ হস্তগত হোৱা তথা তেওঁৰ প্ৰচেষ্টাৰূপ বীজৰ কথা কোৱা হৈছে ।

৩। 'ছলিতৰাম' নাটকত শৰৎ কালৰ বৰ্ণনাৰ শ্লেষেৰে ৰামৰ কাৰ্যাৱলীৰ বৰ্ণনা কৰা হৈছে । শ্লেষেৰে বৰ্ণিত কথা বস্তুৰেই হ'ল মুখ ।

৪। 'অভিজ্ঞানশকুন্তল'ৰ প্ৰস্তুত শ্লোকেৰে (১।৫) নায়ক দুষ্যন্তক মঞ্চত উপস্থাপন কৰা হৈছে । গতিকে ই হ'ল পাত্ৰৰ উদাহৰণ ।]

মূল — ৰঙ্গং প্ৰসাদ্য মধুৰৈঃ শ্লোকৈঃ কাব্যাৰ্থসূচকৈঃ ।
ঋতুং কঞ্চিদুপাদায় ভাৰতীং বৃত্তিমাশ্ৰয়েৎ ॥ ৪ ॥

অনুবাদ — ৰঙ্গশালাত উপস্থিতসকলক (সামাজিকলোকক) কাব্যাৰ্থসূচক মধুৰ শ্লোকেৰে (কেতিয়াবা গদ্যেৰেও) প্ৰসন্ন কৰি (স্থাপকে) কোনো ঋতুৰ বৰ্ণনাৰে ভাৰতীবৃত্তিৰ আশ্ৰয় ল'ব লাগে ।

[যথা — 'ৰত্নাৱলী'ৰ (১।২) । 'দশৰূপক'ত 'নান্দী'ৰ বেলেগ উল্লেখ নাইকিয়া ।]

মূল — ভাৰতী সংস্কৃতপ্ৰায়ো ৰাগ্ব্যাপাৰো নটাশ্ৰয়ঃ ।
ভেদৈঃ প্ৰৰোচনাযুক্তৈৰ্বীথীপ্ৰহসনামুখৈঃ ॥ ৫ ॥



অনুবাদ — অভিনেতাৰ দ্বাৰা প্ৰযোজিত (সাধাৰণতে স্ত্ৰীপাত্ৰ বৰ্জিত) প্ৰায়ে সংস্কৃত ভাষাত (ক্ষেত্ৰবিশেষে প্ৰাকৃত ভাষাতো) কথিত বাক্ প্ৰধান অভিনয়েই ভাৰতী । প্ৰৰোচনা সহিত বীথী, প্ৰহসন আৰু আমুখ ভেদে ই চাৰি প্ৰকাৰৰ ।

মূল — উন্মুখীকৰণং তত্ৰ প্ৰশংসাতঃ প্ৰৰোচনা ।

অনুবাদ — ইয়াৰ ভিতৰত প্ৰশংসাৰ দ্বাৰা (নাট্যাভিনয়ৰ প্ৰতি সামাজিকৰ মন) উন্মুখীকৰণেই হ'ল প্ৰৰোচনা ॥

[প্ৰস্তুত বিষয়ৰ প্ৰতি সামাজিকৰ মনোযোগ আৰু ৰুচি প্ৰকৃষ্ট ৰূপে উৎপাদন কৰাটোৱেই প্ৰৰোচনাৰ কাম । উদাহৰণ স্বৰূপে, শ্ৰীহৰ্ষৰ তিনিওখন নাটকতে 'ৰত্নাৱলী' (১।৫), 'প্ৰিয়দাৰ্শিকা' (১।৩) আৰু 'নাগানন্দ'ত (১।৩) প্ৰায় একে ধৰণৰ প্ৰৰোচনা পোৱা যায়, য'ত সূত্ৰধাৰে কবি, বিষয়বস্তু আৰু নিজা দলৰ অভিনয় দক্ষতাৰ প্ৰশংসাৰে শ্ৰোতাৰ মনোযোগ আকৰ্ষণ কৰিছে ।]

মূল — ৰীথী প্ৰহসনং চাপি স্বপ্ৰসঙ্গেঽভিধাস্যতে ॥ ৬ ॥
ৰীথ্যাঙ্গন্যামুখাঙ্গত্বাদুচ্যতেঽত্ৰৈৱ তৎপুনঃ ।

অনুবাদ — বীথী আৰু প্ৰহসন (নিজৰ নিজৰ) প্ৰসঙ্গত নিৰূপণ কৰা হ'ব । কিন্তু বীথীৰ বিভাগসমূহ আমুখৰ বিভাগবোৰৰ সৈতে একে হোৱাত ইয়াত উল্লেখ কৰা হ'ল ।

[বীথী (৩।৬৮–৭০) আৰু প্ৰহসনৰ (৩।৫৪–৫৬) বৰ্ণনা পিছত আছে । দশৰূপককাৰে যদিও এই দুবিধক ভাৰতীবৃত্তিৰ অঙ্গ কৰিছে, বাস্তৱিকতে এই দুবিধ ৰূপকৰহে ভাগ ।]

মূল — সূত্ৰধাৰো নটীং ব্ৰূতে মাৰিষং ৰা ৰিদূষকম্ ॥ ৭ ॥
স্বকাৰ্যং প্ৰস্তুতাক্ষেপি চিত্ৰোক্ত্যা যত্তদামুখম্ ।
প্ৰস্তাৱনা বা ———

অনুবাদ — সূত্ৰধাৰে নটী, পাৰিপাৰ্শ্বিক বা বিদূষকৰ লগত স্বকাৰ্য সাধনৰ বাবে কথা পাতে । প্ৰস্তুত কাব্যাৰ্থৰ সূচনা দিব পৰা বৈচিত্ৰ্যপূৰ্ণ উক্তিকে আমুখ বা প্ৰস্তাৱনা বোলা হয় ।

মূল — ———তত্ৰ স্যুঃ কথোদ্ঘাতঃ প্ৰবৃত্তকম্ ॥ ৮ ॥
প্ৰয়োগাতিশয়শ্চাথ ৰীথ্যঙ্গানি ত্ৰয়োদশ ।

অনুবাদ – (আমুখৰ ভাগ) কথোদ্ঘাত, প্ৰবৃত্তক আৰু প্ৰয়োগতিশয় আৰু বীথীৰ তেৰটা অঙ্গও ইয়াৰ অঙ্গ ।

মূল – স্বেতিবৃত্তসমং ৱাক্যমৰ্থং ৱা য়ত্ৰ সূত্ৰিণঃ ॥ ৯ ॥
গৃহীত্বা প্ৰৱিশেৎ পাত্ৰং কথোদ্ঘাতো দ্বিধৈৱ সঃ ।

অনুবাদ – সূত্ৰধাৰৰ বাক্য বা (সেইবাক্যৰ) অৰ্থ নিজৰ বিষয় বুলি ধৰি কোনো পাত্ৰৰ প্ৰৱেশ হোৱাকে কথোদ্ঘাত বোলা হয় । ই দুবিধ ।
[সূত্ৰধাৰৰ বাক্য আখৰে আখৰে গ্ৰহণ বা কেৱল অৰ্থ গ্ৰহণ — এই অনুক্ৰমে কথোদ্ঘাত দুবিধ । প্ৰথম বিধৰ উদাহৰণ হ'ল 'ৰত্নাৱলী'ৰ (১।৬) আৰু দ্বিতীয় বিধৰ উদাহৰণ হ'ল 'বেণীসংহাৰ'ৰ (১।৭) ।]

মূল – কালসাম্যসমাক্ষিপ্তপ্ৰৱেশঃ স্যাৎ প্ৰৱৃত্তকম্ ।

অনুবাদ – কালৰ (ঋতুৰ) বৰ্ণনা সমতাৰে কোনো পাত্ৰৰ প্ৰৱেশ সূচনা কৰাকে প্ৰবৃত্তক বোলে ।
['ছলিতৰাম'ত শৰৎ ঋতুৰ বৰ্ণনাৰে শ্লেষৰ দ্বাৰা একে গুণবিশিষ্ট ৰামৰ বৰ্ণনা কৰা হৈছে আৰু তেনেদৰে ৰামৰ প্ৰৱেশ হোৱা হেতু ইয়াৰ নাম প্ৰবৃত্তক ।]

মূল – এয়োহয়মিত্যুপক্ষেপাৎ সূত্ৰধাৰপ্ৰয়োগতঃ ।
পাত্ৰপ্ৰৱেশো য়ত্ৰৈৱ প্ৰয়োগাতিশয়ো মতঃ ॥ ১১ ॥

অনুবাদ – সূত্ৰধাৰৰ 'এয়া এওঁ' বোলা কথাৰে সূচিত হৈ কোনো পাত্ৰৰ প্ৰৱেশ হোৱাকে প্ৰয়োগাতিশয় বোলে ।
['অভিজ্ঞানশকুন্তল'ত (১।৫) দুষ্যন্তৰ প্ৰৱেশ এই পদ্ধতিৰে হৈছে ।]

মূল – উদ্ঘাত্যকাৱলগিতে প্ৰপঞ্চত্ৰিগতে ছলম্ ।
ৱাক্কেল্যধিবলে গণ্ডমৱস্যন্দিত নালিকে ॥ ১২ ॥
অসৎপ্ৰলাপৱ্যাহাৰমৃদৱানি ত্ৰয়োদশ ।

অনুবাদ – (বীথীৰ) তেৰটা অঙ্গ — উদ্ঘাত্যক, অৱলগিত, প্ৰপঞ্চ, ত্ৰিগত, ছল, বাক্কেলি, অধিবল, গণ্ড, অৱস্যন্দিত, নালিকা, অস্যাৎপ্ৰলাপ, ব্যাহাৰ আৰু মৃদৱ ।



মূল – গূঢ়াৰ্থপদপৰ্যায়মালা প্ৰশ্নোত্তৰস্য ৱা ॥ ১৩ ॥
য়ত্ৰান্যোন্যং সমালাপো দ্বেধোদ্ঘাত্যং তদুচ্যতে ।

অনুবাদ – য'ত দুজন পাত্ৰৰ পৰস্পৰ কথোপকথনত গূঢ়াৰ্থ শব্দৰ পৰ্যায়ৰূপত (ইটোৰ পিছত সিটো) বা প্ৰশ্নোত্তৰ মালাৰূপত পোৱা যায় সিয়েই দুভাগত বিভক্ত উদ্ঘাত্যক ।
['অৱলোক'ত গূঢ়াৰ্থ পৰ্যায়ৰূপৰ উদাহৰণ 'বিক্ৰমোৰ্ৱশীয়' নাটকৰ পৰা বুলি উল্লেখ কৰিছে । কিন্তু ৰজা আৰু বিদূষকৰ এই সংলাপখিনি বৰ্তমান প্ৰকাশিত কোনো নাটকতে নাই । প্ৰশ্নোত্তৰমালাৰ উদাহৰণো আধুনালুপ্ত 'পাণ্ডৱানন্দ' নামৰ নাটকৰ পৰা দিয়া হৈছে ।]

মূল – য়ত্ৰৈকত্ৰ সমাৱেশাৎ কাৰ্য়মন্যৎ প্ৰসাধ্যতে ॥ ১৪ ॥
প্ৰস্তুতেহন্যত্ৰ ৱাহন্যৎস্যাত্তচ্চাৱলগিতং দ্বিধা ।

অনুবাদ – য'ত এটা কাৰ্যৰ দ্বাৰা অন্য কাৰ্যৰ সিদ্ধি হয় অথবা এটা (প্ৰস্তুত) বিষয়ৰ দ্বাৰা অন্য এটাৰ উপস্থাপনা কৰা হয়, সিয়েই অৱলগিত আৰু ই দুবিধ ।
[প্ৰথমটোৰ উদাহৰণ 'উত্তৰামচৰিত'ৰ য'ত সীতাৰ অৰণ্য দৰ্শনৰ দোহদ কামনাৰ ছলেৰে অপবাদৰ ভয়ত ৰামৰ দ্বাৰা বিসৰ্জন । দ্বিতীয়টোৰ উদাহৰণ 'ছলিতৰাম'ৰ পৰা । ইয়াত খোজ কাঢ়ি সিংহাসনলৈ যাওঁতে ৰামৰ ভৰতদৰ্শন ৰূপ অন্য কাৰ্য সিদ্ধি দেখুৱা হৈছে ।]

মূল – অসংভূতং মিথঃ স্তোত্ৰং প্ৰপঞ্চো হাস্যকৃন্মতঃ ॥ ১৫ ॥

অনুবাদ – পৰস্পৰৰ প্ৰতি হাস্যজনক মিথ্যা স্তুতিক প্ৰপঞ্চ বোলা হয় ।
[যথা — 'কৰ্পূৰমঞ্জৰী'ৰ ভৈৰৱানন্দৰ উক্তি (১।২৩) ।]

মূল – শ্ৰুতিসাম্যাদনেকাৰ্থয়োজনং ত্ৰিগতং ত্বিহ ।
নটাদিত্ৰিতয়ালাপঃ পূৰ্ৱৰঙ্গে তদিষ্যতে ॥ ১৬ ॥

অনুবাদ – (শব্দৰ) শ্ৰুতি সাম্যৰ বাবে (বক্তাৰ ইচ্ছাৰ বাবে নহয়) নানা বিধৰ অৰ্থ কল্পনা কৰাকে ত্ৰিগত বোলা হয় । তিনিজন অভিনেতাৰ (সূত্ৰধাৰ, নটী আৰু পাৰিপাৰ্শ্বিক) আলাপকো ত্ৰিগত বোলে । ই (কিন্তু) পূৰ্ৱৰঙ্গতহে প্ৰয়োজ্য ।
[যথা — 'বিক্ৰমোৰ্ৱশীয়'ত (১।৩) বিক্ৰমৰ উক্তি ।]

মূল — প্ৰিয়াভৈৰপ্ৰিয়ৈৰ্ৱাক্যৈৰ্ৱিলোভ্য ছলনাচ্ছলম্ ।

**অনুবাদ —** প্ৰিয়তুল্য (বাস্তৱিকতে) অপ্ৰিয় বাক্যেৰে লোভ দেখুৱাই ছলনা কৰাই ছল ।
[যথা — 'বেণীসংহাৰ'ৰ (৫।২৬) ।]

মূল — ৱিনিৱৃত্ত্যাস্য ৱাক্কেলী দ্বিস্ত্ৰিঃ প্ৰত্যুক্তিতোঽপি ৱা ॥ ১৭ ॥

**অনুবাদ —** (সাকাংক্ষ কাব্য) কৈ থাকোঁতে বৈ যোৱা (বা সলনি কৰা) বা দুই বা তিনি ব্যক্তিৰ (চৰিত্ৰৰ) উক্তি-প্ৰত্যুক্তিকে বাক্কেলী বোলা হয় ।
[প্ৰথম বিধৰ উদাহৰণ হ'ল 'উত্তৰৰামচৰিত'ৰ (৩।২৬) আৰু দ্বিতীয় বিধৰ হ'ল 'ৰত্নাৱলী'ৰ (প্ৰথম অঙ্ক) বিদূষক আৰু মদনিকাৰ কথোপকথন ।]

মূল — অন্যোন্যৱাক্যাধিক্যোক্তিঃ স্পৰ্ধয়াঽধিবলং ভৱেৎ ।

**অনুবাদ —** দুজন ব্যক্তি পৰস্পৰৰ গৰ্বযুক্ত আধিক্য প্ৰকাশক উক্তিয়েই অধিবল ।
[যথা — 'বেণীসংহাৰ'ৰ (৫।২৭)ৰ পৰা ভীম আৰু দুৰ্যোধনৰ গৰ্বোদ্ধত সংলাপলৈকে ।]

মূল — গণ্ডঃ প্ৰস্তুতসংৱন্ধিভিন্নাৰ্থং সহসোদিতম্ ॥ ১৮ ॥

**অনুবাদ —** প্ৰস্তুত (প্ৰকৃত) বিষয়ৰ লগত সম্বন্ধ কিন্তু ভিন্ন অৰ্থ সূচনা কৰা অকস্মাতে কোৱা উক্তিকে গণ্ড বোলা হয় ।
[যথা — 'উত্তৰৰামচৰিত'ৰ (১।৩৮) ।]

মূল — ৰসোক্তস্যান্যথা ৱ্যাখ্যা য়ত্ৰাৱস্যন্দিতং হি তৎ ।

**অনুবাদ —** সাভাৱিক উক্তিক অন্য প্ৰকাৰৰ ব্যাখ্যা (অৰ্থপ্ৰদান) কৰাকে 'অৱস্যন্দিত' বোলা হয় ।
[যথা — 'ছলিতৰাম'ত ৰামৰ সম্পৰ্কে সীতা আৰু লৱৰ কথোপকথন ।]

মূল — সোপহাসা নিগূঢ়াৰ্থা নালিকেৱ প্ৰহেলিকা ॥ ১৯ ॥

**অনুবাদ —** পৰিহাসপূৰ্ণ গূঢ়াৰ্থযুক্ত প্ৰহেলিকাই নালিকা ।
[যথা — 'মুদ্ৰাৰাক্ষস'ত (প্ৰথম অঙ্ক) চৰ, শিষ্য আৰু চাণক্যৰ উক্তি ।]



মূল — অসম্বদ্ধ কথা প্ৰায়োঽসৎপ্ৰলাপো য়থোত্তৰঃ ।

**অনুবাদ —** সম্বন্ধৰহিত উক্তিৰ বাহুল্য আৰু তেনেধৰণৰ (উক্তিৰ) উত্তৰাদি কথাকে অসৎপ্ৰলাপ বোলে ।
[অসম্বদ্ধ কথাই অসংগতি নামক বাক্যদোষক বুজায় । কিন্তু ইয়াত সেইটো হোৱাৰ সম্ভাৱনা নাই । কিয়নো ইয়াৰ প্ৰলাপ সাধাৰণতে স্বপ্নদ্ৰষ্টা, মদোন্মত্ত বা বালকেহে কৰে । বালকৰ উক্তিৰ উদাহৰণ 'সাৰঙ্গধৰপদ্ধতি'ৰ (১০৫) আৰু মদোন্মত্তৰ উদাহৰণ 'বিক্ৰমোৰ্বশীয়'ৰ (৪।৩৩)]

মূল — অন্যাৰ্থমেৱ ৱ্যাহাৰো হাস্যলোভৱাৰং ৱচং ॥ ২০ ॥

**অনুবাদ —** অন্য প্ৰয়োজনৰ উদ্দেশ্যে হাস্যপূৰ্ণ তথা লোভজনক (আশা বৃদ্ধি কাৰক) বচনেই ব্যাহাৰ ।
['মালৱিকাগ্নিমিত্ৰ'ত নৰ্তকী মালৱিকা'ক বিদূষক আৰু গণদাসৰ বচনেৰে আৰু কিছু সময় ৰজাৰ সম্মুখত থিয় কৰি ৰখাটোৱেই ব্যাহাৰ ।]

মূল — দোষ গুণা গুণা দোষ য়ত্ৰ স্যুৰ্মৃদৱং হি তৎ ।

**অনুবাদ —** য'ত দোষক গুণ আৰু গুণক দোষ বুলি বৰ্ণনা কৰা হয় সিয়েই মৃদৱ ।
[যথা — 'অভিজ্ঞানশকুন্তল'ৰ (২।৫) ।]

মূল — এষামন্যতমেনাৰ্থং পাত্ৰং চাক্ষিপ্য সূত্ৰভৃৎ ॥ ২১ ॥
প্ৰস্তাৱনান্তে নিৰ্গচ্ছেৎ ততো ৱস্তু প্ৰপঞ্চয়েৎ ।

**অনুবাদ —** এইবিলাকৰ যিকোনো এটাৰ সহায়ত অৰ্থ অৰ্থাৎ কথাবস্তু আৰু পাত্ৰ অৰ্থাৎ চৰিত্ৰৰ সূচনা দি প্ৰস্তাৱনাৰ শেষত সূত্ৰধাৰে প্ৰস্থান কৰিব লাগে । তাৰ পাছত মূল কথাবস্তু আৰম্ভ কৰিব লাগে ।

মূল — অভিগম্যগুণৈৰ্য়ুক্তো ধীৰোদাত্তঃ প্ৰতাপৱান্ ॥ ২২ ॥
কীৰ্তিকামো মহোৎসাহস্ত্ৰয়্যাস্ত্ৰাতা মহীপতিঃ ।
প্ৰখ্যাতৱংশো ৰজৰ্ষিৰ্দিৱ্যো ৱ্ া য়ত্ৰ নায়কঃ ॥ ২৩ ॥
তৎপ্ৰখ্যাতং ৱিধাতৱ্যং ৱৃত্তমত্ৰাধিকাৰিকম্ ।

অনুবাদ – য'ত উৎকৃষ্ট (সেৱনীয়, গুণযুক্ত, ধীৰোদাত্ত, প্ৰতাপী, কীৰ্তি প্ৰয়াসী, মহা উৎসাহী, তিনিবেদৰ ৰক্ষাকাৰী, পৃথিৱীৰ পালক, প্ৰখ্যাতবংশত জন্মধাৰী, ৰাজৰ্ষি বা দেৱতা নায়ক হয়, তেনে প্ৰসিদ্ধ কথাবস্তু ইয়াত (নাটকত) আধিকাৰিক ৰূপত (মুখ্যৰূপত) বিধান কৰিব লাগে ।

মূল – য়ৎ তত্ৰানুচিতং কিঞ্চিন্নায়কস্য ৰসস্য ৱা ॥ ২৪ ॥
বিৰুদ্ধং তৎপৰিত্যাজ্যমন্যথা ৱা প্ৰকল্পয়েৎ ।

অনুবাদ – ইয়াত (কথাবস্তুত) যিটো কিঞ্চিৎ পৰিমাণৰ বাবে হ'লেও নায়কৰ বাবে অনুচিত অথবা ৰসৰ পৰিপন্থী হয়, তাক পৰিত্যাগ কৰিব লাগে নতুবা অন্য ৰূপত দেখুৱাব লাগে ।
[ধনিকে 'অৱলোক'ত উদাহৰণ দিছে 'উদাত্তৰাঘৱ' আৰু 'মহাবীৰচৰিত'ৰ দুটা কথা । প্ৰথমখন নাটকত ৰামৰ গাত বালি বধৰ চেঁকা নাইকিয়া কৰিবলৈ সেই ঘটনাটোকে উত্থাপন কৰা নাই । দ্বিতীয়খন নাটকত বালিক ৰাৱণৰ মিত্ৰ আৰু ৰামক বধ কৰিবলৈ বালিক প্ৰেৰণ কৰা দেখুৱাইছে ।]

মূল – আদ্যন্তমেৱং নিশ্চিত্য পঞ্চধা তদ্বিভজ্য চ ॥ ২৫ ॥
খণ্ডশঃ সন্ধিসংজ্ঞাস্তান্ ৱিভাগানপি খণ্ডয়েৎ ।
চতুঃষষ্টিস্তু তানি স্যুৰঙ্গানীতি ———

অনুবাদ – এনেদৰে (নাটক ৰচনাৰ সময়ত) আদি আৰু অন্ত নিশ্চয় কৰি (আধিকাৰিক) কথাক পাঁচ ভাগত ভাগ কৰি সন্ধি বোলা এই বিভাগবিলাকক পুনৰ ভাগ কৰিব লাগে । (তেনেকৈ) কথাবস্তুৰ চৌষষ্ঠিটা অঙ্গ ।
[নায়কৰ অনৌচিত্য আৰু ৰসৰ বিৰুদ্ধতা পৰিহাৰ কৰি পৰিশুদ্ধ নাটকীয় কথাবস্তুক পাঁচটা অৰ্থপ্ৰকৃতি (দশৰূপকৰ ১।১৮) পাঁচোটা কাৰ্যাৱস্থাৰ (১।১৯) লগত সঙ্গতি ৰাখি পাঁচ বিধ সন্ধি (১।২২-২৪) তথা চৌষষ্ঠি বিধ (১।২৪-৫৪) অঙ্গ সন্ধিৰ প্ৰয়োজনা কৰিব লাগে ।]

মূল ——— অপৰং তথা ॥ ২৬ ॥
পতাকাৱৃত্তমপ্যূৎ নমেকাদৈৰনুসন্ধিভিঃ ।
অঙ্গান্যত্ৰ য়থালাভমসন্ধিং প্ৰকৰীং ন্যসেৎ ॥ ২৭ ॥

অনুবাদ – আনহাতে পতাকাবৃত্তত (আধিকাৰিক বৃত্ততকৈ) এক বা একাধিক



পৰিমাণৰ কম অনুসন্ধি যোজনা কৰিব লাগে । এই অনুসন্ধ্যাঙ্গবিলাক যথালাভ (অধিকাৰিক অতিবৃত্তৰ সৈতে বিৰোধ নথকাকৈ) ব্যৱহাৰ কৰিব লাগে । (কিন্তু) প্ৰকৰী সন্ধি নোহোৱাকৈ ৰাখিব লাগে ।

মূল – আদৌ ৱিষ্কম্ভকং কুৰ্যাদঙ্কং ৱা কাৰ্য়যুক্তিতঃ ।

অনুবাদ – কাৰ্য প্ৰয়োজনমতে (নাটকৰ আদিতে) বিষ্কম্ভক অথবা অঙ্কৰ প্ৰয়োজনা কৰিব লাগে ।

মূল – অপেক্ষিতং পৰিত্যজ্য নীৰসং ৱস্তুৱিস্তৰম্ ॥ ২৮ ॥
য়দা সন্দৰ্শয়েচ্ছেষং কুৰ্য়াৎ ৱিষ্কম্ভকং তদা ।
য়দা তু সৰসং ৱস্তু মূলাদেৱ প্ৰৱৰ্ততে ॥ ২৯ ॥
আদাৱেৱ তদাঙ্কঃ স্যাদামুখাক্ষেপসংশ্ৰয়ঃ ।

অনুবাদ – যেতিয়া কোনো নীৰস বস্তু বিশেষ (অথবা মঞ্চত নিষিদ্ধ অংশ বিশেষ), প্ৰয়োজনীয় কথাবস্তুৰ বিস্তৃতি এৰি শেষভাগ (মঞ্চত) দেখুৱাব লাগে, তেতিয়া (সেই নীৰস অথচ নাটকীয় গতি প্ৰদান কৰা অংশৰ সূচনা দিবলৈ) বিষ্কম্ভকৰ ব্যৱহাৰ কৰিব লাগে । যদি আৰম্ভণিৰে পৰা কথাবস্তু ৰসযুক্ত হয় তেতিয়া প্ৰস্তাৱনাৰ দ্বাৰা সূচিত পাত্ৰ প্ৰৱেশেৰে অঙ্ক আৰম্ভ কৰিব লাগে ।

মূল – প্ৰত্যক্ষনেতৃচৰিতো বিন্দুৱ্যাপ্তিপুৰস্কৃতঃ ॥ ৩০ ॥
অঙ্কো নানাপ্ৰকাৰাৰ্থসংবিধানৰসাশ্ৰয়ঃ ।

অনুবাদ – য'ত নায়কৰ (নাটকীয় পাত্ৰৰ) কাৰ্যাৱলী প্ৰত্যক্ষ ৰূপত দেখুওৱা হয়, য'ত বিন্দু পৰিমিত ব্যাপকতা আছে, য'ত নানা প্ৰকাৰৰ প্ৰয়োজন (অৰ্থ) সম্পাদন কৰা হয় আৰু যি ৰসৰ আশ্ৰয় বা আধাৰ স্বৰূপ হয়, তাকেই অঙ্ক বোলা হয় ।

মূল অনুভাৱৱিভাৱাভ্যাং স্থায়িনা ৱ্যভিচাৰিভিঃ ॥ ৩১ ॥
গৃহীতমুক্তৈঃ কৰ্তব্যমঙ্গিনঃ পৰিপোষণম্ ।

অনুবাদ – অনুভাৱ, বিভাৱ, ৰসৰ স্থায়ীভাৱ তথা ব্যাভিচাৰী ভাৱৰ দ্বাৰা অঙ্গী (মুখ্য) ৰসৰ পৰিপোষণ (পৰিপুষ্টি) কৰা উচিত । কিন্তু এই পৰিপুষ্টি কেতিয়াবা ব্যাভিচাৰীভাৱবোৰ গ্ৰহণ কৰি আৰু কেতিয়াবা এৰি দি কৰিব লাগে ।
[অনুভাৱ, বিভাৱ, স্থায়ীভাৱ আৰু ব্যভিচাৰীভাৱ আদিৰ সূত্ৰ এই গ্ৰন্থৰ চতুৰ্থ

প্ৰকাশত (১।৭), ৩৪ আৰু ৪৬-৪৭) দিয়া হৈছে ।]

মূল — ন চাতিৰসতো ৱস্তু দূৰং ৱিচ্ছিন্নতাং নয়েৎ ॥ ৩২ ॥
ৰসং ৱা ন তিৰোদধ্যাদ্ ৱস্ত্বলংকাৰলক্ষণৈঃ ।

অনুবাদ — (নাটকত) ৰসৰ মাত্ৰাধিক্যই কথাবস্তু বেছিকৈ বিচ্ছিন্ন কৰি পেলাব নালাগে । (আৰু তেনেকৈ) কথাবস্তু, অলংকাৰ আৰু নাট্যলক্ষণৰ অধিক্যৰ দ্বাৰা ৰসক তিৰোহিত (লুকুৱাই পেলোৱা) কৰিব নালাগে ।

মূল — একো ৰসোঽঙ্গী কৰ্তব্যো ৱীৰঃ শৃঙ্গাৰ এৱ ৱা ॥ ৩৩ ॥
অঙ্গমন্যে ৰসাঃ সৰ্ৱে কুৰ্যান্নিৰ্ৱহণেঽদ্ভুতম্ ।

অনুবাদ — (নাটকত) বীৰ বা শৃঙ্গাৰ ৰসৰ যি কোনো এটা মূল ৰস (আঙ্গীৰস)হ'ব লাগে আৰু অন্যবিলাক ৰস ইয়াৰ অঙ্গ (অপ্ৰধান) । নিৰ্ৱহণসন্ধিত অদ্ভুতৰস প্ৰয়োগ কৰিব লাগে ।

মূল — দূৰাধ্বানং ৱধং য়ুদ্ধং ৰাজ্যদেশাদিৱিপ্লৱম্ ॥ ৩৪ ॥
সংৰোধং ভোজনং স্নানং সুৰতং চানুলেপনম্ ।
অম্বৰগ্ৰহণাদীনি প্ৰত্যাক্ষাণি ন নিৰ্দিশেৎ ॥ ৩৫ ॥

অনুবাদ — দূৰ দেশলৈ যাত্ৰা (পাঠান্তৰত দুৰাহ্বানং দূৰৰ পৰা মতা), হত্যা, যুদ্ধ, ৰাজ্য তথা দেশৰ বিপ্লৱ, অৱৰোধ, ভোজন, স্নান, ৰতি সম্ভোগ, অনুলেপন, বস্ত্ৰ পৰিধান আদি প্ৰত্যক্ষভাৱে প্ৰদৰ্শন কৰিব নালাগে ।
[বিষ্কম্ভক, প্ৰৱেশক আদিৰ দ্বাৰা এইবিলাকৰ সূচনা দিব লাগে ।]

মূল — নাধিকাৰিৱধ ক্বাপি ত্যাজ্যমাৱশ্যকং ন চ ।

অনুবাদ — অধিকাৰীৰ (নায়কৰ) বধ কেতিয়াও দেখুৱাব নালাগে । আৱশ্যকীয় অংশ কেতিয়াও এৰিব নালাগে ।
[নায়কৰ বধ কেৱল মূল অঙ্কতে নহয়, বিষ্কম্ভক আদিতো সূচনা কৰিব নালাগে । কেৱল নায়কৰ ক্ষেত্ৰতহে এই কথা প্ৰযোজ্য । সেয়েহে ভাসৰ 'প্ৰতিমানাটক'ত দশৰথৰ মৃত্যু আৰু 'উৰুভঙ্গ'ত দুৰ্যোধনৰ মৃত্যু দৃশ্য দেখুওৱা হৈছে । এই নিয়মৰো ব্যতিক্ৰম আছে । পুনৰ্জীৱিত হোৱা পূৰা সম্ভাৱনা থাকিলে নায়কৰ মৃত্যু দশা মঞ্চত দেখুৱাব পাৰি । 'নাগানন্দ'ৰ নায়ক জীমূতবাহনৰ মৃত্যু আৰু পুনৰ্জীৱন



তেনে এক উদাহৰণ । মঞ্চৰ অৱশ্যে দৰ্শনীয় বস্তুবোৰ পৰিহাৰ কৰা উচিত নহয় ।]

মূল — একাহাচৰিতৈকাৰ্থমিথমাসন্ন নায়কম্ ॥ ৩৬ ॥
পাত্ৰৈস্ত্ৰিচতুৰৈৰঙ্কং তেষামন্তেঽস্য নিৰ্গমঃ ।

অনুবাদ — এনে প্ৰকাৰে অঙ্কত এটা মাথোন প্ৰয়োজন সাপেক্ষ (একাৰ্থ) এদিনৰ কাৰ্যাৱলী বৰ্ণিত হ'ব লাগে । ইয়াত নায়কৰ উপস্থিতি আৱশ্যক আৰু তিনি বা চাৰি যি অন্য পাত্ৰ থাকে অঙ্কৰ শেষত সকলো ওলাই যাব লাগে ।

মূল — পতাকাস্থানকান্যত্ৰ বিন্দুৰন্তে চ বীজৱৎ ॥ ৩৭ ॥
এৱমঙ্কাঃ প্ৰকৰ্তৱ্যাঃ প্ৰৱেশাদিপুৰস্কৃতাঃ ।

অনুবাদ — ইয়াত (অঙ্কত) যথোচিত পতাকাস্থানক তথা বীজৰ দৰে অন্ত পৰ্যন্ত (অঙ্কৰ অন্ত) বিন্দুক ৰাখিব লাগে । এনেকৈ সমুচিত প্ৰৱেশাদিৰ (পাত্ৰৰ প্ৰৱেশ তথা প্ৰস্থান) দ্বাৰা অঙ্কৰ বিধান কৰিব লাগে (অথবা প্ৰৱেশক, বিষ্কম্ভক আদিৰে অঙ্ক আৰম্ভ কৰিব লাগে ।) ।

মূল — পঞ্চাঙ্কমেতদৱৰং দশাঙ্কং নাটকং পৰম্ ॥ ৩৮ ॥

অনুবাদ — এই নাটক পাঁচ অঙ্কৰ হ'লে সৰু (অৱৰ, নিম্নস্তৰ) আৰু দহ অঙ্ক হ'লে ডাঙৰ পৰম, উত্তম) হয় ।
[সাধাৰণ নাটক পাঁচ অঙ্কযুক্ত হয় । ৰাজশেখৰৰ 'বালৰামায়ণ' দহ অঙ্কীয়া যাক মহানাটক বোলা হয় ।]

মূল — অথ প্ৰকৰণে ৱৃত্তমুৎপাদ্যং লোকসংশ্ৰয়ম্ ।
অমাত্যৱিপ্ৰৱণিজামেকং কুৰ্মাচ্ছ নায়কম্ ॥ ৩৯ ॥
ধীৰপ্ৰশান্তং সাপায়ং ধৰ্মকামাৰ্থতৎপৰম্ ।
শেষং নাটকৱৎসন্ধি প্ৰৱেশকৰসাদিকম্ ॥ ৪০ ॥

অনুবাদ — প্ৰকৰণৰ কাহিনী ভাগ উৎপাদ্য অৰ্থাৎ কৱিকল্পিত তথা লোক আশ্ৰিত (লৌকিক) । অমাত্য, বিপ্ৰ বা বণিকৰ মাজৰ এজন নায়ক হয় । তেওঁ ধীৰপ্ৰশান্ত, (কাৰ্যসিদ্ধিত) বাধা পালেও ধৰ্ম, অৰ্থ আৰু কামৰ সাধনাত তৎপৰ । সন্ধি, প্ৰৱেশক, ৰস আদি অন্যবিলাক নাটকৰ দৰে ।

মূল — নায়িকা তু দ্বিধা নেতুঃ কুলস্ত্ৰী গণিকা তথা ।
ক্বচিদেকৈৱ কুলজা ৱেশ্যা ক্বাপি দ্বয়ং ক্বচিৎ ॥ ৪১ ॥
কুলজাভ্যন্তৰা বাহ্যা ৱেশ্যা নাতিক্ৰমোহনয়ঃ ।
আভিঃ প্ৰকৰণং ত্ৰেধা সঙ্কীৰ্ণং ধূৰ্তসঙ্কুলম্ ॥ ৪২ ॥

অনুবাদ — (প্ৰকৰণৰ) নায়িকা দুবিধ — (এবিধ) নায়কৰ কুলপত্নী (বিৱাহিতা স্ত্ৰী) আৰু (অনবিধ) গণিকা । কেতিয়াবা কুলপত্নী নায়িকা হয়, কেতিয়াবা গণিকা হয় বা কেতিয়াবা দুয়ো নায়িকা হয় । কুলপত্নী অভ্যন্তৰবাসিনী (ঘৰৰ ভিতৰৰ) আৰু বেশ্যা বাহিৰৰ (অৰ্থাৎ বাহিৰৰ প্ৰেমিকা) আৰু দুয়োৰে নিয়মৰ অতিক্ৰম হ'ব নালাগে (পৰস্পৰৰ স্বধৰ্মৰ অতিক্ৰম কৰিব নালাগে ।) । সেইবাবে (এই তিনিবিধ নায়িকাৰ বাবে) প্ৰকৰণ তিনিবিধ । (তাৰ ভিতৰত) সঙ্কীৰ্ণ বিধি ধূৰ্ত আদিৰে ভৰপূৰ ।
[কুলস্ত্ৰী গৃহপত্নী বাবে অভ্যান্তৰবাসিনী, গণিকাক ঘৰৰ বাহিৰৰ প্ৰেমিকা ৰূপত অঙ্কিত কৰা হয় । তেওঁলোকৰ স্বকীয় ধৰ্মৰ পৰিৱৰ্তন হ'ব নালাগে অৰ্থাৎ কুলস্ত্ৰীক বেশ্যা ৰূপত আৰু বেশ্যাক কুলস্ত্ৰী ৰূপত দেখুৱাব নালাগে । এই তিনি প্ৰকাৰৰ নায়িকা অনুসৰি প্ৰকৰণক তিনিভাগত ভগোৱা হৈছে । নায়িকা যদি কুলপত্নী হয় তেন্তে প্ৰকৰণ শুদ্ধ, গনিকা হ'লে বিকৃত আৰু দুয়ো যদি নায়িকা হয় তেতিয়া সঙ্কীৰ্ণ প্ৰকৰণ হ'ব । সংস্কীৰ্ণ প্ৰকৰণ কিতৱ, জুৱাৰী, ধূৰ্ত, বিট, চেট আদিৰে ভৰপূৰ । 'অৱলোক'ৰ মতে 'তৰঙ্গদত্ত' প্ৰকৰণৰ নায়িকা গণিকা, 'পুস্পদূষিতক'ৰ (দুয়োখনে বৰ্তমান দুস্প্ৰাপ্য) নায়িকা কুলজা আৰু 'মৃচ্ছাকটিক'ৰ নায়িকা কুলজা আৰু গণিকা অৰ্থাৎ দুয়োবিধেই বিদ্যমান ।]

মূল — লক্ষ্যতে নাটিকাপ্যত্ৰ সঙ্কীৰ্ণান্যনিবৃত্তয়ে ।

অনুবাদ — অন্যান্য সঙ্কীৰ্ণ উপৰূপকৰ নিবাৰণাৰ্থে নাটিকাৰ (এবিধ উপৰূপকৰ) স্বৰূপ এতিয়া বৰ্ণনা কৰা হৈছে ।
ওঠৰ বিধ উপৰূপকৰ ভিতৰত নাটিকা প্ৰধান । ইয়াৰ আলমতে প্ৰকৰণৰ পৰা প্ৰকৰণিকা নামৰ এবিধ উপৰূপকৰ ধাৰণা কিছুলোকে কৰিলেও বাস্তৱিকতে ই এবিধ পূৰ্ণাঙ্গ প্ৰকৰণহে । তেনে সঙ্কীৰ্ণ উপৰূপকৰ বৰ্ণনা নকৰি কেৱল প্ৰধান উপৰূপক নাটিকাৰ স্বৰূপহে ইয়াত উল্লেখ কৰিছে ।
যদিও 'দশৰূপক'ৰ নামানুসাৰে কেৱলমাত্ৰ দহোটা ৰূপকৰহে বিশ্লেষণ কৰাৰ কথা, নাটিকা সৰ্বত্ৰ উল্লেখ থকা কাৰণে আৰু ই নাটক আৰু প্ৰকৰণৰ সংমিশ্ৰিত ৰূপ হোৱা বাবে ধনঞ্জয়ে প্ৰকৰণৰ পিছতে ইয়াৰ স্বৰূপ বৰ্ণনা কৰিছে । লগতে



ইয়াৰ দ্বাৰা অন্যান্য সঙ্কীৰ্ণ উপৰূপকৰ বৰ্ণনা বাদ দিয়া হৈছে ।]

মূল — তত্ৰ ৱস্তুপ্ৰকৰণান্নাটকান্নায়কো নৃপঃ ॥ ৪৩ ॥
প্ৰখ্যাতো ধীৰললিতঃ শৃঙ্গাৰোহঙ্গী সলক্ষণঃ ।

অনুবাদ — ইয়াৰ (নাটিকাৰ) কথাবস্তু প্ৰকৰণৰ পৰা ল'ব লাগে । নাটকৰ পৰা প্ৰখ্যাত ধীৰললিত ৰজা নায়কক ল'ব লাগে । সকলোবোৰ লক্ষণসহ শৃঙ্গাৰেই ইয়াৰ অঙ্গীৰস ।
[নাটিকাৰ কথাবস্তু প্ৰকৰণৰ দৰে কবিকল্পিত আৰু ইয়াৰ নায়ক নাটকৰ নায়কৰ দৰে ধীৰললিত প্ৰখ্যাতবংশৰ ৰজা হোৱা উচিত । সকলো অঙ্গসহ শৃঙ্গাৰৰসেই ইয়াৰ প্ৰধান ৰস ।]

মূল — স্ত্ৰীপ্ৰায়চতুৰঙ্কাদিভেদকং য়দি চেষ্যতে ॥ ৪৪ ॥
একদ্বিত্ৰ্যঙ্কপাত্ৰাদিভেদেনানন্তৰূপতা ।

অনুবাদ — স্ত্ৰী পাত্ৰৰ প্ৰধানতা আৰু চাৰি অঙ্ক হোৱাটোৱেই ইয়াৰ (নাটিকা আৰু প্ৰকৰণিকাৰ) পাৰ্থক্য মানি লোৱা হয়, তেন্তে এক, দুই, তিনি অঙ্কযুক্ত অথবা পাত্ৰৰ সংখ্যাদি ভেদেৰে (ৰূপকৰ) বিভাজন সীমাহীন হ'ব ।
[এনেকৈ নাটক, প্ৰকৰণ আৰু নাটিকা এই তিনি বিধৰ পৰা বস্তু আদিৰ দ্বাৰা প্ৰকৰণিকাৰ কোনো ভেদ দেখুওৱা হোৱা নাই আৰু অঙ্ক তথা পাত্ৰৰ সংখ্যাৰ আধাৰত নাটিকা তথা প্ৰকৰণিকাৰ মাজত ভেদ মানি লোৱা হয় । তেতিয়া হ'লে ৰূপক আৰু উপৰূপকৰ অনেক ভেদ স্বীকাৰ কৰিব লাগিব, যিটো কষ্টসাধ্য হ'ব ।
নাটিকা স্ত্ৰীলিঙ্গবাচী সংজ্ঞা হোৱা কাৰণে স্ত্ৰীপাত্ৰৰ প্ৰাধান্যতা উচিত হৈছে । কৈশিকী বৃত্তি নাটিকাৰ আশ্ৰয় হোৱা হেতু তথা এই বৃত্তিৰ চাৰি অঙ্গ আৰু লগতে নাটিকাৰ অৱমৰ্শসন্ধি অতি অলপীয়া হোৱা কাৰণে নাটিকাৰ চাৰি অঙ্ক হোৱাটে উচিত হৈছে ।]

মূল — দেৱী তত্ৰ ভৱেজ্জ্যেষ্ঠা প্ৰগল্ভা নৃপৱংশজা ॥ ৪৫ ॥
গম্ভীৰা মানিনী কৃচ্ছ্ৰাত্তদ্বশান্নেতৃসংগমঃ ।

অনুবাদ — ৰাজকুলত জন্মা, প্ৰগল্ভা, গম্ভীৰা আৰু অভিমানিনী মহাৰাণীয়েই (নাটিকাৰ) জেষ্ঠা নায়িকা । তেওঁৰ অধীনত নায়ক-নায়িকাৰ মিলন অতি কষ্টেৰেহে হ'ব পাৰে ।
মূল — নায়িকা তাদৃশী মুগ্ধা দিৱ্যা চাতিমনোহৰা ॥ ৪৬ ॥

অনুবাদ — নায়িকা তেনেকুৱা (জেষ্ঠা নায়িকাৰ দৰে) গুণসম্পন্না, মুগ্ধা (সহজ সৰল স্বভাৱৰ), দিব্য লক্ষণযুক্তা আৰু মনোহৰ ৰূপসম্পন্না হয়।

মূল — অন্তঃপুৰাদিসম্বন্ধাদাসন্না শ্রুতিদর্শনৈঃ।
অনুৰাগো নৱাৱস্থো নেতুস্তস্যাং যথোত্তৰম্ ॥ ৪৭ ॥
নেতা তত্র প্রৱর্ত্তেত দেৱীত্রাসেন শঙ্কিতঃ।

অনুবাদ — ৰাজঅন্তেবপুৰ আদিৰ লগত সম্বন্ধ হোৱা বাবে নায়িকা (নায়কৰ) ওচৰ চাপে। (নায়কৰ ৰূপগুণৰ) দর্শন আৰু শ্রৱনেৰে নায়িকাৰ (নায়কৰ প্রতি) অনুৰাগ ক্রমে নতুন নতুন অৱস্থা পায়। এই ক্ষেত্রত (কিন্তু) নায়ক জেষ্ঠা মহিষীৰ ভয়ত শঙ্কিত হৈ থাকে।

[অন্তঃপুৰত থকা নায়িকাৰ লগত নৃত্য-গীত, উৎসৱ আদিৰ জৰিয়তে নায়ক-নায়িকাৰ পৰস্পৰ দর্শন লাভ হয়। প্রথম দর্শনত ওপজা অনুৰাগ দিনে দিনে বৃদ্ধি পায়। আনহাতে কিন্তু স্বাতন্ত্র্যৰ অভাৱৰ বাবে ৰজা নায়ক প্রধানা মহিষীৰ ভয়ত প্রায় ভীত সন্ত্রস্ত হৈ থকা দেখা যায়।]

মূল — কৈশিক্যঙ্গৈশ্চতুর্ভিশ্চ যুক্তাঙ্কৈৰিৱ নাটিকা ॥ ৪৮ ॥

অনুবাদ — নাটিকাৰ কৈশিকীৰ চাৰি অঙ্গৰ লগত নাটিকাৰ চাৰি অঙ্ক যেন যুক্ত হৈ আছে।

মূল — ভানস্তু ধূর্তচৰিতং স্বানুভূতং পৰেণ ৱা।
য়ত্রোপৱর্ণয়েদেকো নিপুণঃ পণ্ডিতো ৱিটঃ ॥ ৪৯ ॥
সম্বোধনোক্তিপ্রত্যুক্তী কুর্যাদাকাশভাষিতৈঃ।
সূচয়েদ্বীৰশৃঙ্গাৰৌ শৌর্যসৌভাগ্যসংস্তৱৈঃ ॥ ৫০ ॥
ভূয়সা ভাৰতী বৃত্তিৰেকাঙ্কে ৱস্তু কল্পিতম্।
মুখনির্ৱহণে সাঙ্গে লাস্যাঙ্গানি দশাপি চ ॥ ৫১ ॥

অনুবাদ — য'ত এজন নিপুণ বিদ্বান বিটে স্বকৃত (নিজৰ) অথবা আনৰ দ্বাৰা অনুভূত (আনৰ দ্বাৰা বর্ণিত) কোনো ধূর্তলোকৰ বর্ণনা কৰে, সিয়েই ভাণ। আকাশভাষিতৰ দ্বাৰা সম্বোধন আৰু কথোপকথনাদি কৰিব লাগে। শৌর্য আৰু সৌভাগ্যৰ প্রশংসাৰে বীৰ আৰু শৃঙ্গাৰৰসৰ সূচনা কৰিব লাগে। বৃত্তি মুখ্যতঃ ভাৰতী। ই এক অঙ্কীয়া আৰু কথাবস্তু কল্পিত। (ইয়াত) অঙ্গসহিত মুখ আৰু



নির্ৱহণসন্ধি আৰু দহবিধ লাস্যাঙ্গ থাকে।
[ধূর্ত শব্দই চোৰ, জুৱাৰী আদিক বুজায়। বিট হ'ল বেশভূষাত কুশল, মধুৰভাষী, উদাৰ, বিদ্বান, বাগ্মী, চতুৰ কিন্তু পৰান্নভোজী লোক। এনে বিটে স্বকৃত বা পৰকৃত কাহিনী কোনো চৰিত্রৰ সহায় নোলোৱাকৈ বর্ণনা কৰা ৰূপককে ভাণ বুলি কোৱা হয়। ভণতি ইতি ভাণঃ। কেৱল বক্তব্যৰ ওপৰত গুৰুত্ব দিয়া বাবে ভাৰতী বৃত্তিয়েই ইয়াৰ প্রধান বৃত্তি। কোনো ৰসেই পূর্ণাঙ্গ ৰূপত দেখুওৱা নহয়। কেৱল সূচনাৰ দ্বাৰা বীৰ বা শৃঙ্গাৰৰসৰ উল্লেখ কৰিব লাগে। ভাণ এক অঙ্কীয়া। ফলত অঙ্গসহ মুখ আৰু নির্ৱহণসন্ধিহে ইয়াত পোৱা যায় আৰু দহবিধ লাস্যাঙ্গ থাকিব লাগে।]

মূল — গেয়ং পদং স্থিতং পাঠ্যমাসীনং পুষ্পগণ্ডিকা।
প্রচ্ছেদকস্ত্রিগূঢ়ং চ সৈন্ধৱাখ্যাং দ্বিগূঢ়কম্ ॥ ৫২ ॥
উত্তমোত্তমকং চান্যদুক্তপ্রত্যুক্তমেৱ চ।
লাস্যে দশৱিধং হ্যেতদঙ্গনির্দেশকল্পনম্ ॥ ৫৩ ॥

অনুবাদ — গেয়পদ, স্থিতপাঠ্য, আসীন, পুষ্পগণ্ডিকা, প্রচ্ছেদক, ত্রিগূঢ় (ত্রিগূঢ়ক), সৈন্দৱ, দ্বিগূঢ়ক, উত্তমোত্তম আৰু উক্তপ্রত্যুক্ত — এই দহ প্রকাৰৰ লাস্যাঙ্গৰ নির্দেশ কৰা হ'ল।

[ধনঞ্জয়ে পূর্বসূৰী ভৰতৰ মতকে মানি লৈ নিজৰ ফালৰ পৰা কোনো সূত্র আগ বঢ়োৱা নাই। এইবিলাকৰ সাধাৰণ পৰিচয় এনেধৰণৰ — ১। গেয়পদ — বীণা আদিৰ সহযোগত আসনত বহি গোৱা শুদ্ধ গীত। ২। স্থিতপাঠ্য — কামার্তা স্ত্রীয়ে বহি গোৱা প্রাকৃত গান। ৩। আসীন — শোক আৰু চিন্তাক্লিষ্ট প্রসাধনৰহিত নাৰীৰ ভ্রূ, চকু, পাদ আদিৰ বিলাসযুক্ত অভিনয় সহ বহি গোৱা গীত। ৪। পুষ্পগণ্ডিকা — পুৰুষে নাৰীৰ আৰু নাৰীয়ে পুৰুষৰ অভিনয় কৰি গোৱা বাদ্যযন্ত্রসহ বিবিধ তাল, লয় আৰু ছন্দযুক্ত গান। ৫। প্রচ্ছেদক — প্রিয়জনক অন্যাসক্ত দেখি প্রেমবিচ্ছেদত অনুতপ্ত নায়িকাৰ বীণাসহ গীত। ৬। ত্রিগূঢ় — স্ত্রীবেশধাৰী পুৰুষৰ লাস্য অভিনয়। ৭। সৈন্ধৱ — মিলন সংকেত নষ্ট হোৱাত বীণা আদিৰ সহায়ত গোৱা প্রাকৃত গীত। ৮। দ্বিগূঢ়ক — সুন্দৰ পদ, ৰস আৰু ভাব গুণসম্পন্ন গীতেই দ্বিগূঢ়ক। ৯। উত্তমোত্তম — খং আৰু প্রসন্নতাৰ পৰা উৎপত্তি ৰস, হাৱ আৰু হেলাযুক্ত বিচিত্র পদৰ মনোহৰ গীত আৰু ১০। উক্তপ্রত্যুক্ত — উক্তি-প্রত্যুক্তিযুক্ত ঠাট্টামস্কৰা সহিত বিলাসপূর্ণ অর্থসম্পন্ন গান।]

মূল — তাদ্বৎ প্রহসনং ত্রেধা শুদ্ধবৈকৃতসঙ্কৰৈঃ।

অনুবাদ – প্ৰহসন তাৰ (ভাণৰ) দৰে ; ই তিনি প্ৰকাৰৰ – শুদ্ধ, ৱৈকৃত আৰু সঙ্কৰ।
[প্ৰহসনৰ কথাবস্তু, সন্ধি, সন্ধিৰ অঙ্গ, লাস্যাঙ্গ আদি ভাণৰ দৰে ।]

মূল – পাখণ্ডিৱিপ্ৰ প্ৰভৃতি চেট চেটী ৱিটাকুলম্ ॥ ৫৪ ॥
চেষ্টিতং ৱেশভাষাভিঃ শুদ্ধং হাস্যৱচোন্বিতম্ ।

অনুবাদ – সেয়াই শুদ্ধ প্ৰকৰণ য'ত পাষণ্ডী, বিপ্ৰ প্ৰভৃতি তথা চেট চেটী (দাস-দাসী) আৰু ৱিট আদিৰে পৰিপূৰ্ণ । বেশভূষা আৰু ভাষা এইবিলাকৰ চৰিত্ৰৰ অনুৰূপ হয় আৰু হাস্যকৰ বচনেৰে ই পৰিব্যাপ্ত ।
[পাষণ্ডী শব্দই বেদাদি ধৰ্মগ্ৰন্থৰ প্ৰামাণ্যতা স্বীকাৰ নকৰা আৰু এইবিলাক গ্ৰন্থ নমনা বৌদ্ধ তথা জৈন সন্যাসীক বুজাইছিল । পাছলৈ শব্দটো যিকোনো ধৰ্ম নমনা লোকক বুজোৱা হ'ল । বিপ্ৰই অত্যন্ত সহজ-সৰল ব্ৰাহ্মণ অথবা একমাত্ৰ জাতিৰ নামতে জীৱিকা-নিৰ্বাহ কৰা ব্ৰাহ্মণক বুজায় । এনেকুৱা পাষণ্ডী অথবা বিপ্ৰৰ যথোচিত ব্যৱহাৰ উপনিবদ্ধ হোৱা হাস্য ৰসাত্মক প্ৰহসনেই শুদ্ধ প্ৰহসন ।]

মূল – কামুকাদিৱচোৱেষৈঃ ষণ্টকঞ্চুকিতাপসৈঃ ॥ ৫৫ ॥
ৱিকৃতং ——————— ।

অনুবাদ – য'ত কামুকাদিৰ বচন তথা বেশভূষা ধাৰণ কৰা নপুংসক, কঞ্চুকী তথা তপস্বী আছে সিয়েই বিকৃত প্ৰহসন ।
[কামী, লম্পট, যোদ্ধা আদিয়েই কামুকাদি । 'বিকৃত' নামৰ কাৰণ হ'ল ইয়াত বিভাৱাদিয়ে নিজৰ ৰূপ এৰি বিকৃত ৰূপ লয় অৰ্থাৎ অভিনেতাই নপুংসক আদি ৰূপত আহিব কিন্তু কামুকাদিৰ কাম কৰিব ।]

মূল – ——————— সঙ্কৰাদ্বীথ্যা সঙ্কীৰ্ণং ধূৰ্তসঙ্কুলম্ ।

অনুবাদ – বীথীৰ লগত সংমিশ্ৰিত আৰু ধূৰ্ত চৰিত্ৰৰ সমাৱেশ হ'লে সঙ্কীৰ্ণ হয় ।
[বীথীৰ অঙ্গৰ লগত মিশ্ৰিত হোৱা প্ৰহসনেই সঙ্কীৰ্ণ প্ৰহসন ।]

মূল – ৰসস্তু ভূয়সা কাৰ্য়? ষড়্ৱিধো হাস্য এৱ তু ॥ ৫৬ ॥

অনুবাদ – (এই তিনিওবিধ প্ৰকৰণত) ছবিধ হাস্যৰস প্ৰচুৰভাৱে নিবন্ধন কৰিব লাগে ।
[ছবিধ হাস্যৰস হ'ল — ১। স্মিত, ২। হসিত, ৩। বিহসিত, ৪। উপহসিত, ৫। অপহসিত আৰু ৬। অতিহসিত (দশৰূপক ৪।৭৬–৭৭) ।]



মূল – ড়িমে ৱস্তু প্ৰসিদ্ধং স্যাৎ বৃত্তয়ং কৈশিকীং ৱিনা ।
নেতাৰো দেৱগন্ধৰ্ৱয়ক্ষৰক্ষোমহোৰগাঃ ॥ ৫৭ ॥
ভূতপ্ৰেতপিশাচাদ্যাঃ ষোড়শাত্যন্তমুদ্ধতাঃ ।
ৰসৈৰহাস্যশৃঙ্গাৰৈঃ ষড়্ভিৰ্দীপ্তৈঃ সমন্বিতঃ ॥ ৫৮ ॥
মায়েন্দ্ৰজালসংগ্ৰামক্ৰোধোৎভ্ৰান্তাদিচেষ্টিতৈঃ ।
চন্দ্ৰসূৰ্য়োপৰাগৈশ্চ ন্যায়্যে ৰৌদ্ৰৰসেহঙ্গিনি ॥ ৫৯ ॥
চতুৰঙ্কঃ চতুস্সন্ধিৰ্নিৰ্ৱিমশো ড়িমঃ স্মৃতঃ ।

অনুবাদ – ডিমৰ কথাবস্তু বিখ্যাত আৰু কৈশিকীৰ বাহিৰে (বাকীকেইটা) বৃত্তি প্ৰয়োগ কৰিব লাগে । দেৱতা, গন্ধৰ্ব, যক্ষ, ৰাক্ষস, মহোৰগ (মহাসৰ্প), ভূত, প্ৰেত, পিশাচ আদি যোল্ল প্ৰকাৰৰ অত্যন্ত উদ্ধত নায়ক ইয়াৰ নায়ক । হাস্য আৰু শৃঙ্গাৰৰ বাদে অন্য ছয় প্ৰকাৰৰ উজ্জ্বল ৰস ইয়াত বিদ্যমান । ন্যায়ত ঃ (মুখ্যত) ৰৌদ্ৰৰস ইয়াৰ অঙ্গীৰস য'ত মায়া, ইন্দ্ৰজাল, সংগ্ৰাম, ক্ৰোধ, উদ্ভ্ৰান্ত আদি চেষ্টা (কাৰ্য) তথা চন্দ্ৰগ্ৰহণ, সূৰ্যগ্ৰহণ আদিৰে (এইবিলাকৰ দৃশ্যেৰে) সমাকীৰ্ণ । ডিমৰ অঙ্ক চাৰিটা আৰু বিমৰ্শ-সন্ধি বিহীন চাৰিটা সন্ধি বিদ্যমান ।
[ডিমৰ অৰ্থ হ'ল সংঘাত । য'ত নায়ক সংঘাত, যুদ্ধ, বিগ্ৰহ আদিত লিপ্ত হৈ থাকিব লাগে সিয়েই ডিম । ওপৰত উল্লেখ কৰা লক্ষণখিনিৰ বাদে বাকীলক্ষণ নাটকৰ দৰে । ভৰতমুনিয়ে 'ত্ৰিপুৰদাহ' নামৰ এখন ডিমৰ কথা উল্লেখ কৰিছে (নাট্যশাস্ত্ৰ, ৪।১০) ।]

মূল – খ্যাতেতিৱৃত্তো ৱ্যায়োগঃ খ্যাতোদ্ধত নৰাশ্ৰয় ॥ ৬০ ॥
হীনো গৰ্ভৱিমৰ্শাভ্যাং দীপ্তাঃ স্যুৰ্ড়িমৱদ্ৰসাঃ ।
অস্ত্ৰীনিমিত্তসংগ্ৰামো জামদগ্ন্যজয়ে য়থা ॥ ৬১ ॥
একাহাচৰিতৈকাঙ্কো ৱ্যাপাৰো বহুনিৰ্ভৰৈঃ ॥

অনুবাদ – ব্যায়োগৰ ইতিবৃত্ত প্ৰখ্যাত । বিখ্যাত আৰু উদ্ধত (ধীৰোদ্ধত) মানুহেই ইয়াৰ মূল আশ্ৰয় (প্ৰধান নায়ক ।) গৰ্ভ আৰু বিমৰ্শবিহীন ইয়াৰ (তিনি) সন্ধি । ইয়াৰ দীপ্ত ৰস ডিমৰ নিচিনা । 'জামদগ্ন্যজয়'ৰ (এখন ব্যায়োগ) দৰে ইয়াৰ সংগ্ৰাম কোনো নাৰীৰ বাবে নহয় । এদিনৰ ঘটনাৱলী বৰ্ণিত আৰু এক অঙ্কযুক্তঃ ব্যায়োগত পুৰুষ পাত্ৰৰ বহুলতা দেখা পোৱা যায় ।
[বহুত পুৰুষ চৰিত্ৰ বিশেষভাৱে সমাৱেশ ঘটে বাবেই ইয়াক ব্যায়োগ নাম দিয়া হৈছে । ইয়াত ডিমৰ দৰে ছবিধ দীপ্তৰস থাকে । ব্যায়োগৰ যুদ্ধৰ কাৰণ নাৰীক কেন্দ্ৰ কৰি নহয় । উদাহৰণ স্বৰূপে 'জামদগ্ন্যজয়'ৰ কথা কোৱা হৈছে । ইয়াত

জামদগ্নিয়ে পিতৃবধৰ পোতক তুলিবলৈ কাৰ্তবীৰ্যাৰ্জ্জুনৰ সতে হোৱা সংগ্ৰামৰ কথা বৰ্ণনা কৰিছে। ব্যায়োগৰ গৰ্ভ আৰু বিমৰ্শসন্ধি নাথাকে।]

মূল – কাৰ্য্যং সমৱকাৰেহপি আমুখং নাটকাদিৱৎ ॥ ৬২ ॥
খ্যাতং দেৱাসুৰং ৱস্তু নিৰ্ৱিমৰ্শাস্তু সন্ধয়ঃ।
বৃত্তয়ো মন্দকৈশিক্যো নেতাৰো দেৱদানৱাঃ ॥ ৬৩ ॥
দ্বাদশোদাত্তৱিখ্যাতাঃ ফলং তেষাং পৃথক্ পৃথক্।
বহুবীৰৰসাঃ সৰ্ৱে যদ্বদম্ভোধিমথনে ॥ ৬৪ ॥
অঙ্কৈস্ত্ৰিভিস্ত্ৰিকপটস্ত্ৰিশৃঙ্গাৰস্ত্ৰিৱিদ্ৰৱঃ।
দ্বিসন্ধিৰঙ্কঃ প্ৰথমঃ কাৰ্য্যো দ্বাদশনাড়িকঃ ॥ ৬৫ ॥
চতুৰ্দ্বিনাড়িকাৱন্ত্যৌ নাড়িকা ঘটিকাদ্বয়ম্।
ৱস্তুস্বভাৱদৈৱাৰিকৃতাঃ স্যুঃ কপটাস্ত্ৰয়ঃ ॥ ৬৬ ॥
নগৰোপৰোধযুদ্ধে ৱাতাগ্ন্যাদিকৱিদ্ৰৱাঃ।
ধৰ্মাৰ্থকামৈঃ শৃঙ্গাৰো নাত্ৰ বিন্দুপ্ৰৱেশকৌ ॥ ৬৭ ॥
ৱীথ্যঙ্গানি য়থালাভং কুৰ্য্যাৎ প্ৰহসনে য়থা।

অনুবাদ – নাটকাদিৰ দৰে সমৱকাৰতো আমুখৰ প্ৰয়োগ কৰিব লাগে। প্ৰখ্যাত দেৱতা আৰু অসুৰৰ (সম্পৰ্কিত) কাহিনী ইয়াৰ কথাবস্তু আৰু বিমৰ্শবিহীন ইয়াৰ (চাৰি) সন্ধি। গোটেই কেউটা বৃত্তি থাকে যদিও কৈশিকীবৃত্তি কম পৰিমাণৰ হয়। ধীৰোদাত্ত আৰু প্ৰখ্যাত বাৰ প্ৰকাৰৰ দেৱতা আৰু দানৱ ইয়াৰ নায়ক আৰু তেওঁলোকৰ ফলপ্ৰাপ্তিও বেলেগ বেলেগ। ই বহু ৰসযুক্ত কিন্তু বীৰৰসৰ প্ৰাধান্য পোৱা যায় – যেনে, 'সমুদ্ৰমন্থন' নামৰ সমৱকাৰত। ইয়াৰ তিনি অঙ্ক, তিনি প্ৰকাৰৰ কপট, তিনি প্ৰকাৰৰ শৃঙ্গাৰ আৰু তিনি বিধ উপদ্ৰৱ থাকে। প্ৰথম অঙ্কত দুটা সন্ধি আৰু ইয়াৰ কাৰ্যকাল বাৰ নাড়িকাৰ। শেষৰ দুটা অঙ্কৰ কাৰ্যকাল ক্ৰমে চাৰি আৰু দুই নাড়িকাৰ। এক নাড়িকা মানে দুই ঘটিকা (ঘণ্টা)। বস্তুস্বভাৱ, দৈৱ আৰু শত্ৰুৰ দ্বাৰা কৃত তিনিবিধ ইয়াৰ কপট। নগৰ অৱৰোধ যুদ্ধ আৰু বায়ু তথা অগ্নি আদিৰ দ্বাৰা হোৱা তিনিবিধ ইয়াৰ উপদ্ৰৱ। ধৰ্ম, অৰ্থ আৰু কামৰ পৰা হোৱা তিনিবিধ শৃঙ্গাৰ। ইয়াৰ বিন্দু আৰু প্ৰৱেশক নাই। প্ৰহসনৰ দৰে বীথীৰ অঙ্গবোৰ যথা আৱশ্যক প্ৰয়োগ কৰিব লাগে।

[বহু ঘটনাই আকীৰ্ণ বাবেই ইয়াক সমৱকাৰ নাম দিয়া হৈছে। ইয়াৰ নায়ক প্ৰখ্যাত দেৱতা বা অসুৰ। প্ৰত্যেকজন নায়কৰে ফলপ্ৰাপ্তি বেলেগ বেলেগ ; যেনে – 'সমুদ্ৰমন্থন' নামৰ সমৱকাৰত দেৱতাবিলাক অমৃত, বিষ্ণুৱে লক্ষ্মী আৰু



অসুৰবিলাকে বিষ লাভ কৰিছে। বীৰৰস ইয়াৰ অঙ্গী, বাকীবিলাক অঙ্গৰস। তিনি অঙ্কযুক্ত সমৱকাৰ প্ৰথম অঙ্কত ১২ নাড়িকা বা নালিকা অৰ্থাৎ ২৪ ঘণ্টা ব্যাপ্ত কাৰ্যৰ বৰ্ণনা থাকে। বাকী দুটা অঙ্কত ক্ৰমে ৪ (৮ ঘণ্টা) আৰু ২ (৪ ঘণ্টা) নাড়িকাৰ বিবৰণ থাকিব লাগে। প্ৰত্যেক অঙ্কতে তিনি প্ৰকাৰৰ কপট, যেনে — স্বাভাৱিক, দৈৱিক আৰু কৃত্ৰিম (শত্ৰুকৃত) দেখুৱাব লাগে। নগৰৰ অৱৰোধ যুদ্ধ আৰু বায়ু বা অগ্নি আদিৰ পৰা হোৱা তিনিবিধ উপদ্ৰৱৰ এবিধ একোটা একোটা অঙ্কত প্ৰয়োগ কৰিব লাগে।তিনি প্ৰকাৰৰ শৃঙ্গাৰৰ অৰ্থাৎ ধৰ্মশৃঙ্গাৰ (ধৰ্মপত্নীৰ সৈতে কৰা শৃঙ্গাৰ), অৰ্থশৃঙ্গাৰ (লাভৰ আশাত কৰা শৃঙ্গাৰ) আৰু কামশৃঙ্গাৰৰ (পৰকীয়া নায়িকাৰ সৈতে কৰা শৃঙ্গাৰ) যিকোনো এবিধ একোটা একোটা অঙ্কত দেখুৱাব লাগে।]

মূল – ৱীথী তু কৈশিকীবৃত্তৌ সন্ধ্যঙ্গাঙ্কৈস্তু ভাণৱৎ ॥ ৬৮ ॥
ৰসঃ সূচ্যস্তু শৃঙ্গাৰঃ স্পৃশেদাপি ৰসান্তৰম্।
যুক্তা প্ৰস্তাৱনাখ্যাতৈৰঙ্গৈ ৰুৎঘাত্যকাদিভি ॥ ৬৯ ॥
এৱং ৱীথী ৱিধাতৱ্যা দ্বেকপাত্ৰপ্ৰয়োজিতা।

অনুবাদ – বীথীৰ বৃত্তি কৈশিকী। ইয়াৰ সন্ধি আৰু সন্ধ্যাঙ্গ ভাণৰ নিচিনা। প্ৰধান ৰস শৃঙ্গাৰৰ সূচনা আৰু অন্যবিলাক ৰসৰ স্পৰ্শ মাত্ৰ কৰিব লাগে। ই প্ৰস্তাৱনাত বৰ্ণিত উৎঘাত্যক আদি অঙ্গেৰে সৈতে যুক্ত। এনেকুৱাই এটা বা দুটা চৰিত্ৰযুক্ত বীথীৰ প্ৰযোজনা কৰিব লাগে।
[বীথীৰ অৰ্থ পথ, উপপথ বা বিভাগ। বীথীৰ যোজনা ভাণৰ দৰে। কেৱল ৰসৰ ক্ষেত্ৰত ই ভাণৰ পৰা পৃথক। ভাণত শৃঙ্গাৰ ৰসে পূৰ্ণতা পায়। বীথীত কেৱল তাৰ সূচনাহে কৰিব লাগে।]

মূল – উৎসৃষ্টিকাঙ্কে প্ৰখ্যাতং ৱৃত্তং বুদ্ধ্যা প্ৰপঞ্চয়েৎ ॥ ৭০ ॥
ৰসস্তু কৰুণঃ স্থায়ী নেতাৰঃ প্ৰাকৃতা নৰাঃ।
ভাণৱৎ সন্ধিৱৃত্ত্যঙ্কৈৰ্য্যুক্তঃ স্ত্ৰীপৰিদেৱিতৈঃ ॥ ৭১ ॥
ৱাচা যুদ্ধং ৱিধাতৱ্যং তথা জয় পৰাজয়ৌ।

অনুবাদ – উৎসৃষ্টিকাঙ্কৰ কাহিনী প্ৰখ্যাত। (কবিয়ে) স্ববুদ্ধিৰে বিস্তাৰ কৰিব পাৰে। কাৰণ ৰসেই স্থায়ীৰস। সাধাৰণ মানুহ ইয়াৰ নায়ক। ইয়াৰ সন্ধি, বৃত্তি আৰু অঙ্ক ভাণৰ নিচিনা। ই স্ত্ৰীৰ বিলাপ-বেদনাৰে পূৰ্ণ। (কেৱল) বচনৰ দ্বাৰা যুদ্ধ তথা জয় পৰাজয়ৰ বৰ্ণনা কৰিব লাগে।
[নাটকৰ অঙ্কৰ পৰা পৃথক কৰিবৰ বাবে উৎসৃষ্টিকাঙ্ক ব্যৱহাৰ কৰা হৈছে।]

মূল — মিশ্ৰমিহামৃগে বৃত্তং চতুৰঙ্কং ত্ৰিসন্ধিমৎ ॥ ৭২ ॥
নৰ দিৱ্যাৱনিয়মান্নায়কপ্ৰতিনায়কৌ ।
খ্যাতৌ ধীৰোদ্ধতাৱন্ত্যো ৱিপৰ্য্যাসাদয়ুক্তকৃৎ ॥ ৭৩ ॥
দিৱ্যস্ত্ৰিয়মনিচ্ছন্তীম পহাৰাদিনেচ্ছতঃ ।
শৃঙ্গাৰাভাসমপ্যস্য কিঞ্চিৎকিঞ্চিৎপ্ৰদৰ্শয়েৎ ॥ ৭৪ ॥
সংৰম্ভং পৰমানীয় যুদ্ধং ৱ্যাজান্নিৱাৰয়েৎ ।
ৱধপ্ৰাপ্তস্য কুৰ্ৱীত ৱধং নৈৱ মহাত্মনঃ ॥ ৭৫ ॥

অনুবাদ — ঈহামৃগৰ কথাবস্তু মিশ্ৰ (খ্যাত আৰু কবিকল্পিত) । ইয়াৰ চাৰিটা অঙ্ক আৰু তিনিটা সন্ধি থাকে । মানুহ অথবা দেৱতা অনিয়মিতৰূপে ইয়াৰ নায়ক বা প্ৰতিনায়ক হ'ব পাৰে । দুয়ো (নায়ক আৰু প্ৰতিনায়ক) প্ৰখ্যাত আৰু ধীৰোদ্ধত হয় । ইয়াৰে শেষৰজনে (প্ৰতিনায়ক) মূঢ়তাবশতঃ অনুচিত কৰ্ম কৰে । অনিচ্ছুক দিৱ্যাঙ্গনাক অপহৰণ আদিৰে পাৰ্বলৈ ইচ্ছা কৰা প্ৰতিনায়কক লৈ শৃঙ্গাৰভাসৰ কিছু কিছু অংশ দেখুৱাব লাগে । দুয়োৰে (নায়ক-প্ৰতিনায়কৰ) সংঘাত শীৰ্ষ বিন্দুলৈ নি কিবা ছলেৰে যুদ্ধ নিবাৰণ কৰিব লাগে । বাধ্য হ'লেও (কাহিনীৰ প্ৰয়োজনত) মহাপুৰুষৰ বধৰ কথা (মঞ্চত) অৱতীৰ্ণ কৰিব নালাগে ।

[মৃগৰ দৰে দুৰ্লভ নায়িকাক নায়কে বিচাৰে (ঈহতে) বাবেই এইবিধ ৰূপকৰ নাম ঈহামৃগ । নিৰ্দিষ্ট কোনো নিয়ম নমনাকৈ মানুহ আৰু দেৱতা প্ৰতিনায়ক আৰু কেতিয়াবা দেৱতা নায়ক বা প্ৰতিনায়ক হ'ব পাৰে । কেতিয়াবা মানুহ নায়ক আৰু দেৱতা প্ৰতিনায়ক আৰু মানুহ প্ৰতিনায়ক হ'ব পাৰে । এই ক্ষেত্ৰত ধৰাবন্ধা নিয়ম নাই । নায়িকা অনিচ্ছাকৃত হোৱা বাবে শৃঙ্গাৰৰ ৰসাভাসহে পোৱা যায়, শৃঙ্গাৰৰস পোৱা নাযায় । প্ৰয়োজনত কোনো মহাপুৰুষৰ হত্যাকাণ্ড প্ৰদৰ্শন কৰিব লগীয়া হ'লেও তাক প্ৰদৰ্শন কৰিব নালাগে ।]

মূল — ইত্থং ৱিচিন্ত্য দশৰূপকলক্ষ্মমাৰ্গ—
মালোক্য ৱস্তু পৰিভাৱ্য কৱিপ্ৰৱন্ধান্ ।
কুৰ্য্যাদয়ত্নৱদলংকৃতিভিঃ প্ৰৱন্ধং
ৱাক্যৈৰুদাৰমধুৰৈঃ স্ফুটমন্দৱৃত্তৈঃ ॥ ৭৬ ॥

অনুবাদ — এনেদৰে দশৰূপকৰ (সকলো) লক্ষণ নিৰীক্ষণ কৰি, কথাবস্তুৰ (আদ্যোপান্ত) বিবেচনা কৰি, কবিসকলৰ (পূৰ্ৱকৱি) প্ৰবন্ধ (গ্ৰন্থ, ৰচনা) সম্যক্ ৰূপে অনুধাৱন কৰি অকৃত্ৰিম অলংকাৰেৰে, স্পষ্ট আৰু সৰল ছন্দেৰে, উদাৰ আৰু মধুৰ বাক্যেৰে (কোনো) প্ৰবন্ধ ৰচনা কৰা উচিত ।

ধনঞ্জয়কৃত দশৰূপকৰ তৃতীয় প্ৰকাশ সমাপ্ত ।



## চতুৰ্থ প্ৰকাশ

মূল — বিভাৱৈৰনুভাৱৈশ্চ সাত্ত্বিকৈৰ্ব্যভিচাৰিভিঃ ।
আনীয়মানঃ স্বাদ্যত্বং স্থায়ীভাৱো ৰসঃ স্মৃতঃ ॥ ১॥

অনুবাদ — বিভাৱ, অনুভাৱ, সাত্ত্বিক আৰু ব্যভিচাৰীভাৱৰ দ্বাৰা আস্বাদন যোগ্য (পৰিপুষ্ট হোৱা) স্থায়ীভাৱেই ৰস ।

[বিভাৱ, অনুভাৱ, ব্যভিচাৰীভাৱ আৰু সাত্ত্বিকভাৱৰ দ্বাৰা কাব্যপাঠ বা অভিনয় দেখাৰ সময়ত পাঠকৰ বা দৰ্শকৰ হৃদয়ত বিস্ফুৰিত হোৱা ৰতি আদি স্থায়ীভাৱ স্বাদ যোগ্য অৰ্থাৎ পৰিপুষ্টতা লাভ কৰাকে ৰস বোলা হয় । এই পৰম আনন্দময় অনুভূতি সামাজিকজনৰ (পাঠক বা দৰ্শক) হৃদয়ত (মনত) হয় বাবে তেওঁ ৰসিক আৰু কাব্যই এই ধৰণৰ আনন্দানুভূতি উদ্বোধন কৰে বাবে কাব্য হ'ল 'ৰসৱৎ' অৰ্থাৎ ৰসযুক্ত বা সৰস । যদিও 'ৰসৱৎকাব্য' বোলা হৈছে বাস্তৱিকতে কাব্য ৰসযুক্ত হ'ব নোৱাৰে, সামাজিকজনহে ৰসযুক্ত হয় । যেনেকৈ ঘৃত (ঘিঁউ) আয়ুস বৃদ্ধিৰ কাৰণ হোৱা বাবে 'আয়ুৰ্ঘৃতম্' অৰ্থাৎ 'ঘৃতই আয়ুস' বোলা হয়, তেনেকৈ 'ৰসৱৎ কাব্য' কথাষাৰ ব্যৱহাৰ কৰা হয় ।]

মূল — জ্ঞায়মানতয়া তত্ৰ ৱিভাৱো ভাৱপোষকৃৎ ।
আলম্বনোদ্দীপনত্বপ্ৰভেদেন স চ দ্বিধা ॥ ২ ॥

অনুবাদ — এইবিলাকৰ ভিতৰত বিভাৱ ইয়েই যি জ্ঞায়মান (নিজে নিজে জ্ঞাত বা প্ৰকটমান) হৈ স্থায়ীভাৱৰ পৰিপুষ্টি সাধন কৰে । আলম্বন আৰু উদ্দীপন ভেদে ই দুবিধ ।

[যাৰ অৰ্থ জনা গ'ল সিয়েই বিভাৱ । ভৰতে (নাট্যশাস্ত্ৰ, ৭।৩-৪) বিভাৱৰ অৰ্থ বিজ্ঞান বুলি কৈছে । ই কাৰণ, নিমিত্ত, হেতু আদি শব্দৰ পৰ্যায়বাচক কিয়নো বিভাৱৰ উপস্থিতিয়ে সত্ত্বস্থিত স্থায়ীভাৱক নিৰ্ৱিকাৰৰ পৰা সৱিকাৰ, নিশ্চলতাৰ পৰা চঞ্চলতালৈ আনে । এই বিভাৱ পৰস্পৰৰ (নায়ক-নায়িকাৰ) আশ্ৰয় বা অৱলম্বনৰ হেতু হ'লে আলম্বনবিভাৱ হয় । বাহ্যজগতৰ উদ্দীপক বস্তু বা পদাৰ্থক উদ্দীপনবিভাৱ বোলা হয় ।]

মূল — অনুভৱো ৱিকাৰস্তু ভাৱসংসূচনাত্মকঃ ।

অনুবাদ – স্থায়ীভাৱৰ সূচনা কৰা বিকাৰেই (শাৰীৰিক পাৰিৱৰ্তনেই) অনুভাৱ।
[সামাজিকৰ ৰত্যাদি স্থায়ীভাৱ অনুভৱ কৰিব পৰা তথা ৰসৰ পৰিপুষ্টি সাধন কৰা ভ্ৰূবিক্ষেপ, কটাক্ষ আদি শাৰীৰিক পৰিৱৰ্তনেই অনুভাৱ। স্থায়ীভাৱৰ পিছত (অনু) হয় বাবে ইয়াৰ নাম অনুভাৱ।]

মূল – হেতুকাৰ্য্যাত্মনো সিদ্ধিস্তয়োঃ সংব্যৱহাৰতঃ ॥ ৩ ॥

অনুবাদ – এই দুবিধ (বিভাৱ আৰু অনুভাৱ) ৰসৰ (লৌকিক ৰসৰ) কাৰণ আৰু কাৰ্য হয়। ইয়াৰ সাফল্য (সিদ্ধি) লোক ব্যৱহাৰৰ দ্বাৰা জানিব পাৰি।
[এই বিভাৱ আৰু অনুভাৱক লৌকিক ৰসতো কাৰণ আৰু কাৰ্য ৰূপত পোৱা যায়। লোক ব্যৱহাৰৰ দ্বাৰা ই বোধগম্য। গতিকে বেলেগে ইহঁতৰ লক্ষণ দিয়া হোৱা নাই।]

মূল – সুখদুঃখাদিকৈৰ্ভাৱৈৰ্ভাৱস্তদ্ভাৱভাৱকম্।

অনুবাদ – সুখ দুখ আদি ভাৱৰ দ্বাৰা সেই সেই ভাৱত ভাৱিত হোৱাকে (তন্ময় হোৱাকে) ভাৱ বোলে।
[ৰূপকত ৰামাদিক আশ্ৰয় কৰি থকা সুখ দুখ আদি ভাৱৰ দ্বাৰা ৰসিকজন সেই সেই ভাৱত তন্ময় হোৱাটোৱেই হৈছে ভাৱ। সীতাৰ বিৰহত দুঃখিত ৰামক দেখি সামাজিকজন তেওঁৰ দুখত দুখী হোৱাটোৱেই ভাৱ।]

মূল – পৃথগভাৱা ভৱন্ত্যন্যেহনুভাৱ ত্বেহপি সাত্ত্বিকাঃ ॥ ৪ ॥
সত্ত্বাদেৱ সমুৎপত্তেস্তচ্ছ তদ্ভাৱভাৱনম্।

অনুবাদ – অনুভাৱৰ দৰে হ'লেও সত্ত্বৰ (মনোবিকাৰৰ) পৰা ওপজা বাবে সাত্ত্বিকভাৱ বেলেগ। (সত্ত্ব হ'ল) সেই ভাৱত (ভাৱকৰ) চিত্ত ভাৱিত কৰা অৰ্থাৎ তন্ময় কৰা।
[আনৰ সুখ-দুখত অন্তঃকৰণ লীন হৈ তন্ময় হৈ যোৱাকে সত্ত্ব বোলা হয় আৰু সত্ত্বৰ পৰা হোৱা বাবে ই হ'ল সাত্ত্বিক। সত্ত্ব সমাহিত (একাগ্ৰ) মনৰ পৰা উৎপত্তি। এনে অৱস্থাত ৰসিকজনৰ কাৰোবাৰ দুখত অশ্ৰু অথবা সুখত শৰীৰত ৰোমাঞ্চ আদি নিজে নিজে আহে। এনেদৰে সত্ত্বৰ পৰা আহে বাবে অশ্ৰু আদিক সাত্ত্বিক ভাৱ বোলে। কেতিয়াবা আকৌ অশ্ৰু আদি ভাৱৰ সূচনাত্মক বিকাৰ হোৱা বাবে ইহঁতক (অশ্ৰু আদিক) অনুভৱো বোলা হয়। এনেদৰে অশ্ৰু আদিৰ দুটা ৰূপ পোৱা যায়।]



মূল – স্তম্ভ প্ৰলয়ৰোমাঞ্চাঃ স্বেদো বৈৱৰ্ণ্যৱেপথু ॥ ৫ ॥
অশ্ৰুবৈস্বৰ্য্যমিত্যষ্টৌ স্তম্ভোহস্মিন্নিষ্ক্ৰিয়াঙ্গতা।
প্ৰলয়ো নষ্টসংজ্ঞত্বং শেষাঃ সুব্যক্তলক্ষণাঃ ॥ ৬ ॥

অনুবাদ – স্তম্ভ, প্ৰলয়, ৰোমাঞ্চ, স্বেদ, বৈৱৰ্ণ্য (বিবৰ্ণতা), বেপথু, অশ্ৰু আৰু বৈস্বৰ্য (স্বৰভঙ্গ) – এই আঠ প্ৰকাৰ (সাত্ত্বিক ভাৱ)। ইয়াৰ ভিতৰত স্তম্ভ হ'ল অঙ্গৰ নিষ্ক্ৰিয়তা ; সংজ্ঞাহীনতা (মূৰ্চ্ছা, জড়তা) হ'ল প্ৰলয়। বাকীবিলাকৰ লক্ষণ সুস্পষ্ট।
[ৰোমাঞ্চ মানে শৰীৰৰ নোম ডাল ডাল হোৱা, স্বেদ মানে ঘাম ওলোৱা, বৈৱৰ্ণ্য মানে শৰীৰৰ বৰণ সলনি হোৱা, বেপথু মানে গাৰ কঁপনি, অশ্ৰু মানে চকুলো ওলোৱা (কন্দা), বৈস্বৰ্য মানে কণ্ঠস্বৰ বদলি হোৱা।]

মূল – বিশেষাদাভিমুখ্যেন চৰন্তো ৱ্যভিচাৰিণঃ।
স্থায়িন্যুন্মগ্ননিৰ্মগ্নাঃ কল্লোলা ইৱ ৱাৰিধৌ ॥ ৭ ॥

অনুবাদ – বিশেষভাৱে স্থায়ীভাৱৰ অভিমুখে (অনুকূলৰূপত) গতি কৰা ভাৱেই ব্যভিচাৰীভাৱ (বা সঞ্চাৰীভাৱ)। সাগৰত ঢৌ উৎপন্ন আৰু লোপ পোৱাৰ দৰে স্থায়ীভাৱতে এইবোৰৰ (ব্যভিচাৰীভাৱৰ) উৎপত্তি আৰু লোপ হয়।
[বি + অভি ✓ চৰ্ + অন্তি ইতি ৱ্যভিচাৰিণঃ। ৰসৰ অভিমুখে বিশেষভাৱে বিচৰণ কৰা বাবে ইহঁতক ব্যভিচাৰীভাৱ বোলা হৈছে। সাগৰতে ঢৌৰ উৎপত্তি আৰু সাগৰতে মাৰ যোৱাৰ দৰে ৰতি আদি স্থায়ীভাৱতে ইহঁতৰ উৎপত্তি আৰু বিলীন হয়।]

মূল – নিৰ্বেদগ্লানিশঙ্কাশ্ৰমধৃতিজড়তাহৰ্ষদৈন্যৌ গ্ৰ্যচিন্তা –
স্ত্ৰাসেৰ্ষ্যামৰ্ষগৰ্বাঃ স্মৃতিমৰণমদাঃ সুপ্তনিদ্ৰাৱিবোধাঃ।
ব্ৰীড়াপস্মাৰমোহাঃ সমতিৰলসতাৱেগতৰ্কাৱহিত্থা
ৱ্যাধ্যুন্মাদৌ ৱিষাদোৎসুকচপলযুতাস্ত্ৰিংশদেতে ত্ৰয়শ্চ ॥ ৮ ॥

অনুবাদ – এইবিলাক (ব্যভিচাৰীভাৱ) তেত্ৰিশ প্ৰকাৰৰ — নিৰ্বেদ (বৈৰাগ্য) গ্লানি (বলহীনতা), শঙ্কা (অনিষ্ট হোৱাৰ ভয়), শ্ৰম (পৰিশ্ৰম), ধৃতি (সন্তোষ), জড়তা (নিঠৰতা, বাকশক্তিহীনতা), হৰ্ষ (আনন্দ), দৈন্য (শক্তিহীনতা), ঔগ্য অৰ্থাৎ উগ্ৰতা (নিষ্ঠুৰতা), চিন্তা (ধ্যান, উৎকণ্ঠা), ত্ৰাস (ভয়ত চমৎকৃত হোৱা), ঈৰ্ষা (হিংসা, অসূয়া), অমৰ্ষ (ক্ৰোধ), গৰ্ব (উদ্ধতালি), স্মৃতি (স্মৰণ), মৰণ (মৃত্যু) মদ (সংমোহ),

সুপ্ত (গাঢ়নিদ্ৰা), নিদ্ৰা (টোপনি), বিবোধ (জাগৰণ), ব্ৰীড়া (লাজ, চিত্ত সংকোচ), অপস্মাৰ (মূৰ্চা), মোহ (মূঢ়তা), মতি বা সমতি (অৰ্থৰ নিশ্চয়তা), অলসতা বা আলস্য (পুৰুষাৰ্থৰ প্ৰতি অনাদৰ), বেগ (সংভ্ৰম), তৰ্ক (সম্ভাৱনা), অৱহিত্থা (ছলনা), ব্যাধি (ৰোগ), উন্মাদ (মানসিক অস্থিৰতা), বিষাদ (মানসিক পীড়া), উৎসুকতা বা ঔৎসুক্য (প্ৰতীক্ষা কৰাত অক্ষমতা) আৰু চপল বা চপলতা (চিত্তৰ অস্থিৰতা) ।]

মূল – তত্ত্বজ্ঞানাপদীৰ্য্যাদেৰ্নিৰ্ৱেদঃ স্বাৱমাননম্ ।
তত্ৰ চিন্তাশ্ৰুনিঃশ্বাসবৈৱৰ্ণ্যোচ্ছ্বাসদীনতা ॥ ৯ ॥

অনুবাদ – তত্ত্বজ্ঞান, আপদ, ঈৰ্ষা আদিৰ ফলত হোৱা নিজৰ (আত্মাৰ) অৱমানকে নিৰ্বেদ বোলা হয় । চিন্তা, অশ্ৰু, নিঃশ্বাস, (মুখৰ) বিবৰ্ণতা, উচ্ছ্বাস, দীনতা আদি (অনুভাৱ) ইয়াত আছে ।
[তত্ত্বজ্ঞানৰ অভিপ্ৰায় হ'ল দেহ, সংসাৰ আদিৰ অসাৰতা তথা অনিত্যতা সম্পৰ্কীয় জ্ঞান । আপদ হ'ল দুখ-দুৰ্দশা, অনিষ্টপ্ৰাপ্তি, ইষ্টনাশ আদি । ঈৰ্ষা হ'ল পৰৰ লাভত অন্তৰ্দাহ । চিন্তা, অশ্ৰু, উচ্ছ্বাস, নিঃশ্বাস, মুখৰ বৰণ সলনি হোৱা আদি কাৰ্যই (অনুভাৱে) নিৰ্বেদভাৱ ব্যক্ত কৰে ।
'অৱলোক'ত পাঁচ প্ৰকাৰৰ নিৰ্বেদৰ উদাহৰণ দিছে । তত্ত্বজ্ঞানৰ উদাহৰণ 'বৈৰাগ্যশতক'ৰ (৬৭), আপদৰ উদাহৰণ 'ৰাজ্ঞো ৱিপদ্' আদি অজ্ঞাতকবিৰ, ঈৰ্যানিৰ্বেদৰ উদাহৰণ 'হনুমান্নাটক'ৰ (৯।৫৫), বীৰৰস আৰু শৃঙ্গাৰৰসৰ ব্যভিচাৰীভাৱৰ নিৰ্বেদৰ উদাহৰণ 'য়ে বাহৱো' আদি অজ্ঞাতকবিৰ আৰু ৰসৰ অঙ্গ নোহোৱা স্বতন্ত্ৰ ৰূপৰ নিৰ্বেদৰ উদাহৰণ 'সুভাষিতাৱলী'ৰ (৮২২) পৰা দেখুৱাইছে ।]

মূল – ৰত্যাদ্যায়াসতৃট্ক্ষুদ্ভিৰ্গ্লানিৰ্নিষ্প্ৰাণতেহ চ ।
বৈৱৰ্ণ্যকম্পানুৎসাহক্ষামাঙ্গৱচনক্ৰিয়া ॥ ১০ ॥

অনুবাদ – ৰতি ক্ৰীড়া আদিৰ ফলত হোৱা শ্ৰম, পিয়াহ আৰু ভোকৰ বাবে হোৱা নিষ্প্ৰাণতাই (শক্তিহীনতাই) হ'ল গ্লানি । মুখৰ বৰণ সলনি হোৱা, কঁপনি উঠা, উৎসাহহীনতা তথা শৰীৰ আৰু বচনৰ ক্ষীণতা আদিৰ দ্বাৰা ইয়াক দেখা পোৱা যায় ।
[ৰতি ক্ৰীড়া আদি জনিত ক্ষুধা, তৃষ্ণা আৰু শ্ৰমৰ ফলত হোৱা শক্তিহীনতাই হ'ল গ্লানি । ইয়াৰ অনুভৱবোৰ হ'ল – মুখৰ বৰণ সলনি হোৱা, গাত কঁপনি উঠা, কৰ্মৰ প্ৰতি উৎসাহ নাইকিয়া হোৱা, শৰীৰ ক্ষীণাই যোৱা আৰু কণ্ঠস্বৰ দুৰ্বল হোৱা । উদাহৰণ যথা –'শিশুপালবধ'ৰ (১১।২০) ।]



মূল – অনৰ্থপ্ৰতিভা শঙ্কা পৰক্ৰৌৰ্য্যাৎস্বদুৰ্নয়াৎ ।
কম্পশোষাভিৱীক্ষাদিৰত্ৰ ৱৰ্ণস্বৰান্যতা ॥ ১১ ॥

অনুবাদ – আনৰ ক্ৰূৰতা বা নিজৰ দোষৰ ফলত (ভৱিষ্যতে) হ'ব পৰা অনৰ্থৰ (বিপদ) আশঙ্কাকে 'শঙ্কা' বোলা হয় । ইয়াৰ কঁপনি উঠা, মুখ শুকাই যোৱা, ইফালে সিফালে চোৱা, বিবৰ্ণতা আৰু স্বৰভঙ্গ আদি হয় ।
[আনৰ নিষ্ঠুৰতাৰ বাবে আৰু নিজৰ দোষৰ বাবে হোৱা শঙ্কা– এই ভেদে শঙ্কা দুবিধ । শৰীৰৰ কঁপনি, মুখ শুকাই যোৱা, ভয়তে চাৰিওফালে চোৱা, শৰীৰৰ বৰণ সলনি হোৱা তথা কণ্ঠস্বৰ পৰিবৰ্তন হোৱা আদি অনুভাৱ শঙ্কাৰ ফলত হয় । আনৰ নিষ্ঠুৰতাৰ উদাহৰণ 'ৰত্নাৱলী'ৰ (৩।৪) আৰু নিজৰ দোষৰ উদাহৰণ হ'ল 'মহাৱীৰচৰিত'ৰ (২।১) ।]

মূল – শ্ৰমঃ খেদোহধ্বৰত্যাদেঃ স্বেদোহস্মিন্মৰ্দনাদয়ঃ ।

অনুবাদ – পথ পৰিক্ৰমন অথবা ৰত্যাদি ক্ৰীড়া জনিত খেদক (শৰীৰৰ বিষণ্ণতা) শ্ৰম বোলা হয় । ঘাম ওলোৱা আৰু গা মৰ্দন কৰা (মালিচ কৰা) আদি ইয়াৰ অনুভাৱ ।
[পথ পৰিক্ৰমনজনিত শ্ৰমৰ উদাহৰণ 'উত্তৰৰামচৰিত'ৰ (১।২৪) আৰু ৰতিজনিতৰ উদাহৰণ 'শিশুপালবধ'ৰ (১০।৮০) ।]

মূল – সন্তোষো জ্ঞানশক্ত্যাদেৰ্ধৃতিৰব্যগ্ৰভোগকৃৎ ॥ ১২ ॥

অনুবাদ – জ্ঞান অথবা শক্তি আদিৰ ফলত হোৱা সন্তোষেই ধৃতি । ব্যগ্ৰতাৰহিত উপভোগ ইয়াৰ অনুভৱ ।
[জ্ঞানে আত্মজ্ঞান বা পৰমজ্ঞানক বুজাইছে । শক্তি আত্মবল,গুৰুসেৱা অথবা তপস্যা আদিৰ ফলত ওপজে । ব্যগ্ৰতাৰহিত ভোগ হৈছে প্ৰাপ্ত বস্তুৰ কোনো মোহ নোহোৱাকৈ কৰা উপভোগ অথবা অপ্ৰাপ্ত বস্তু বা নষ্ট হোৱা বস্তুৰ প্ৰতি দুঃচিন্তা নকৰা ।
জ্ঞানধৃতিৰ উদাহৰণ 'বৈৰাগ্যশতক'ৰ (৫৩) আৰু শক্তিধৃতিৰ উদাহৰণ 'ৰত্নাৱলী'ৰ (১।৯) ।]

মূল — অপ্রতিপত্তির্জড়তা স্যাদিষ্টানিষ্টদর্শনশ্রুতিভিঃ ।
অনিমিষনয়ননিৰীক্ষণতূষ্ণীংভাৱাদয়স্তত্র ॥ ১৩ ॥

অনুবাদ — ইষ্টবস্তু বা অনিষ্টবস্তুৰ দৰ্শন বা শ্ৰৱণত বিমূঢ় (কিংকৰ্তব্যবিমূঢ়) হোৱাকে জড়তা বোলে । ইয়াৰ (অনুভাৱ হ'ল) অনিমেষনয়ন অথবা মৌন হোৱা আদি অৱস্থা ।
[ইষ্টবস্তুৰ দৰ্শন অথবা শ্ৰৱণ তথা অনিষ্টবস্তুৰ দৰ্শন বা শ্ৰৱণত কিংকৰ্তব্যবিমূঢ় অৱস্থা হোৱাই জড়তা বা জাড্য । চকুৰ নিমেষ নেপেলোৱাকৈ চাই থকা বা মৌন হৈ যোৱা আদি কাৰ্য হ'ল ইয়াৰ অনুভাৱ ।
ইষ্টদৰ্শনৰ উদাহৰণ 'কুমাৰসম্ভৱ'ৰ (৮।৪) আৰু অনিষ্টবস্তু দৰ্শনৰ উদাহৰণ 'তাৱন্তস্তে' আদি 'উদাত্তৰাঘৱ'ৰ ৰচনা ।]

মূল — প্ৰসত্তিৰুৎসৱাদিভ্যো হৰ্ষোহশ্ৰুস্বেদগদ্গদাঃ ।

অনুবাদ — উৎসৱ আদিৰ পৰা হোৱা (মনৰ) প্ৰসন্নতা হ'ল হৰ্ষ । চকুলো ওলোৱা, ঘাম ওলোৱা আৰু গদ্গদ বচন ইয়াৰ অনুভাৱ ।
[প্ৰিয়জনৰ আগমন, পুত্ৰজন্ম, প্ৰীতিবৰ্দ্ধন আদি হ'ল উৎসৱ । উদাহৰণ যথা 'সুভাষিতাৱলী'ৰ (২০৭৫) ।]

মূল — দৌৰ্গত্যাদ্যৈৰনৌজস্যং দৈন্যং কাৰ্ষ্ণ্যামৃজাদিমৎ ॥ ১৪॥

অনুবাদ — দুৰ্গতি আদিৰ বাবে হোৱা তেজহীনতাই (শক্তিহীন) দৈন্য । ইয়াত (শৰীৰ) ক'লা পৰা, মলিনতা আদি হয় ।
[দৰিদ্ৰতা আদিৰ ফলত হোৱা শৰীৰৰ উদ্যোগহীনতাই দৈন্য । দুখত শৰীৰৰ বৰণ সলনি হোৱা, বস্ত্ৰ তথা ব্যৱহাৰ্য বস্তুবোৰ মলিন হোৱা আদি ইয়াৰ অনুভাৱ । উদাহৰণ 'ভোজপ্ৰবন্ধ'ৰ (২৫৫) ।]

মূল — দুষ্টেহপৰাধদৌৰ্মুখ্যক্ৰৌৰ্য্যৈশ্চণ্ডত্বমুগ্ৰতা ।
তত্ৰ স্বেদশিৰঃকম্পতৰ্জনাতাড়নাদয় ঃ ॥ ১৫ ॥

অনুবাদ — অপৰাধ, দুৰ্বচন, ক্ৰূৰতা আদিৰ বাবে দুষ্টজনৰ প্ৰতি হোৱা প্ৰচণ্ড খঙেই উগ্ৰতা । ইয়াত ঘাম ওলোৱা, মূৰ সঞ্চালন কৰা, তৰ্জন কৰা, তাড়ন কৰা আদি (অনুভৱ) পোৱা যায় ।
[উদাহৰণ 'মহাবীৰচৰিত'ৰ (২।৪৭)]



মূল — ধ্যানং চিন্তেহিতানাপ্তেঃ শূন্যতাশ্বাসতাপকৃৎ ।

অনুবাদ — ইপ্সিতবস্তু নোপোৱাত তাৰ প্ৰতি (একমনে) ধ্যানকেই চিন্তা বোলা হয় । ইয়াত শূন্যতা (ইন্দ্ৰিয় বিকলতা), (ঘন ঘন) শ্বাস-প্ৰশ্বাস আৰু তাপ (মনস্তাপ) আদি (অনুভাৱ) আছে ।
[অভীষ্টবস্তু পাবলৈ একমনে ধ্যান কৰি থকাই চিন্তা । উদাহৰণ 'সাৰঙ্গধৰপদ্ধতি'ৰ (৩৪১৪) আৰু 'সুভাষিতাৱলী'ৰ (১৩৮৫) ।]

মূল — গৰ্জিতাদেৰ্মনঃ ক্ষোভস্ত্ৰাসোহত্ৰোৎকম্পিতাদয়ঃ ॥ ১৬ ॥

অনুবাদ — (মেঘাদি) গৰ্জনৰ ফলত হোৱা মনৰ ব্যাকুলতাকে ত্ৰাস বোলা হয় । ইয়াত কঁপনি আদি (অনুভাৱ) হয় ।
[গৰ্জন শব্দই ভূকম্পন, উল্কাপাত, বজ্ৰপাত, ৰাক্ষস আদি ভয়প্ৰদ ঘটনাক বুজাইছে । উদাহৰণ 'শিশুপালবধ'ৰ (৮।২৪) ।]

মূল — পৰোৎকৰ্ষাক্ষমাহসূয়া গৰ্বদৌৰ্জন্যমন্যুজা ।
দোষোক্ত্যৱজ্ঞে ভ্ৰুকুটিমন্যুক্ৰোধেঙ্গিতানি চ ॥ ১৭ ॥

অনুবাদ — আনৰ উন্নতি সহ্য কৰিব নোৱাৰাকে অসূয়া বোলে । ই গৰ্ব, দুৰ্জনতা তথা খঙৰ পৰা ওপজে । পৰৰ দোষ কথন, অৱজ্ঞা কৰা, ভ্ৰুকুটি কৰা, খং কৰা, খঙৰ ইঙ্গিত কৰা আদি (অনুভাৱ) ইয়াত আছে ।
[গৰ্ব-অসূয়াৰ উদাহৰণ 'মহাবীৰচৰিত'ৰ (২।৯), দুৰ্জনতা- অসূয়াৰ উদাহৰণ 'সুভাষিতাৱলী'ৰ (৪৫৩) আৰু খঙৰ পৰা ওপজা অসূয়াৰ উদাহৰণ হ'ল 'অমৰুশতক'ৰ (৫১ আৰু ৫২) ।]

মূল — অধিক্ষেপাপমানাদেৰমৰ্ষোহভিনিৱিষ্টতা ।
তত্ৰ স্বেদশিৰঃকম্পতৰ্জনাতাড়নাদয়ঃ ॥ ১৮ ॥

অনুবাদ — আনৰ তিৰস্কাৰ, অপমান আদি সহ্য নকৰা তথা প্ৰতিশোধ লোৱাৰ ইচ্ছাই হ'ল অমৰ্ষ । ইয়াত ঘাম ওলোৱা, মূৰ সঞ্চালন কৰা, তৰ্জন কৰা, তাড়ন কৰা, আদি (অনুভাৱ) ঘটে ।
[উদাহৰণ 'মহাবীৰচৰিত'ৰ (৩।৮) আৰু 'বেণীসংহাৰ'ৰ (১।১২) ।]

মূল — গৰ্বোহভিজনলাৱণ্যবলৈশ্চৰ্যাদিভিৰ্মদঃ ।

কাৰ্মাণ্যাধৰ্ষণৱজ্ঞা সৱিলাসাঙ্গৱীক্ষণম্ ॥১৯॥

অনুবাদ – উচ্চ বংশ, লাৱণ্য (দৈহিক সৌন্দৰ্য), বল তথা ঐশ্চৰ্য আদিৰ পৰা হোৱা অহঙ্কাৰেই মদ । ইয়াৰ কাৰ্যবোৰ (অনুভাৱ) হ'ল আনক ঘৃণা কৰা, অৱজ্ঞা কৰা আৰু বিলাস-পূৰ্বক নিজৰ অঙ্গ-প্ৰত্যঙ্গ দৰ্শন কৰা ।
[উদাহৰণ 'মহাবীৰচৰিত'ৰ (২।২৭) আৰু (২।১০) ।]

মূল – সদৃশজ্ঞানচিন্তাদ্যৈঃ সংস্কাৰাৎস্মৃতিৰত্ৰ চ ।
জ্ঞাতত্বেনাৰ্থভাসিন্যাং ভ্ৰূসমুন্নয়নাদয়ঃ ॥ ২০ ॥

অনুবাদ – সাদৃশ্য জ্ঞান (একে বস্তুৰ জ্ঞান) বা চিন্তা আদিৰ ফলত সংস্কাৰবশতঃ (স্মৰণৰ ফলত) পূৰ্বতে জনা বস্তুৰ (বিষয়ৰ) আভাস হোৱাকে 'স্মৃতি' বোলা হয় । ইয়াত ভ্ৰূ উন্নয়ন আদি (অনুভাৱ) থাকে ।
[কোনো নতুন বস্তু বা বিষয় পূৰ্বতে দেখা বস্তু বা বিষয়ৰ লগত সদৃশতা থকাটোৱেই সাদৃশ্য জ্ঞান । সংস্কাৰ হ'ল অনুভূত বা জ্ঞাত বস্তুৰ জ্ঞান মনত সাঁচি ৰখা কাৰ্য । এই সংস্কাৰ (স্মৰণ শক্তি) বা চিন্তাৰ ফলত কোনো বস্তুৰ দৰ্শনত পূৰ্ব বস্তুৰ অনুভৱেই স্মৃতি । উদাহৰণ 'মহানাটক'ৰ (৩।৭৯) আৰু 'মালতীমাধৱ'ৰ (৫।১০) গদ্যাংশ সহ ।]

মূল – মৰণং সুপ্ৰসিদ্ধত্বাদনৰ্থত্বাচ্চ নোচ্যতে ।

অনুবাদ – মৰণ সুপ্ৰসিদ্ধ আৰু অনৰ্থকাৰী বাবে ইয়াৰ কথা কোৱা হোৱা নাই ।
[উদাহৰণ 'সম্প্ৰাপ্তে' ইত্যাদি অজ্ঞাত কবিৰ ৰচনা আৰু 'মহাৱীৰচৰিত'ৰ (১।৩৯) ।]

মূল – হৰ্ষোৎকৰ্ষো মদঃ পানাৎ স্খলদঙ্গৱচোগতিঃ ॥ ২১ ॥
নিদ্ৰা হাসোহত্ৰ ৰুদিতং জ্যেষ্ঠমধ্যাধমাদিষু ।

অনুবাদ – মাদক দ্ৰব্যৰ পানৰ বাবে হোৱা অত্যধিক আনন্দকে মদ বোলা হয় । ইয়াত (পান কৰোঁতাজনৰ) অঙ্গ, বচন আৰু গতি স্খলিত হয় । ইয়াৰ ফলত (মদ্যপানৰ ফলত) উত্তম, মধ্যম আৰু অধমৰ (নায়কৰ) ক্ৰমে টোপনি, হাঁহি আৰু কান্দোন আদি (অনুভাৱ) হয় ।
[অত্যধিক মদ্যপানৰ বাবে উত্তমজন শুৱে, মধ্যমজনে হাঁহে আৰু অধমজনে কান্দে । উদাহৰণ 'শিশুপালবধ'ৰ (১০।১৩) ।]



মূল – সুপ্তং নিদ্ৰোদ্ভৱং তত্ৰ শ্বাসোচ্ছ্বাসক্ৰিয়া পৰম্ ॥ ২২ ॥

অনুবাদ – নিদ্ৰাৰ পৰা উদ্ভূত অৱস্থাই (সুষুপ্তি) সুপ্ত । ইয়াত মুখ্য ৰূপত শ্বাস আৰু প্ৰশ্বাসেই (অনুভাৱ) পোৱা যায় ।
[মনৰ নিষ্ক্ৰিয়তা হ'ল নিদ্ৰা আৰু ই সুষুপ্তিৰ পূৰ্বাৱস্থা । সেইবাবে নিদ্ৰাৰ প্ৰগাঢ় অৱস্থাই সুপ্ত । উদাহৰণ 'সুভাষিতাৱলী'ৰ (১৮৪০)।]

মূল – মনঃসংমীলনং নিদ্ৰা চিন্তালস্যক্লমাদিভিঃ ।
তত্ৰ জৃম্ভাঙ্গভঙ্গাক্ষিমীলনোৎস্বপ্নতাদয়ঃ ॥ ২৩ ॥

অনুবাদ – চিন্তা, আলস্য আৰু পৰিশ্ৰম আদিৰ ফলত হোৱা মনৰ সম্মীলনেই (নিশ্চলতা) নিদ্ৰা । ইয়াত হামিওৱা, অঙ্গ-প্ৰত্যঙ্গ মেলি দিয়া (হাত ভৰি আদি মেলি দিয়া), চকু জপোৱা আৰু উৎস্বপ্ন দেখা কাৰ্য (অনুভাৱ) হয় ।
[অত্যধিক চিন্তা, এলাহ বা পৰিশ্ৰমৰ ফলত অন্য ইন্দ্ৰিয়ৰ লগত মনৰ বিচ্ছেদ হৈ মন নিশ্চল হৈ পৰে । মনৰ তেনে অৱস্থাই নিদ্ৰা । যথা – 'সুভাষিতাৱলী'ৰ (১২৮০) আৰু 'শিশুপালবধ'ৰ (১১।৪) ।]

মূল – ৱিবোধঃ পৰিণামাদেস্তত্ৰ জৃম্ভাক্ষিমৰ্দনে ।

অনুবাদ – (নিদ্ৰা ভঙ্গৰ) পৰিণামেই (চৈতন্যলাভ) বিবোধ । হামি, চকু মোহৰা আদি (অনুভাৱ) ইয়াত পোৱা যায় ।
[উদাহৰণ 'শিশুপালবধ'ৰ (১১।১৩) ।]

মূল – দুৰাচাৰাদিভিৰ্ব্ৰীড়া ধাষ্ট্ৰ্যাভাৱস্তমুন্নয়েৎ ।
সাচীকৃতাঙ্গাৱৰণবৈৱৰ্ণ্যাধোমুখাদিভিঃ ॥ ২৪ ॥

অনুবাদ – দুৰাচাৰ (অকাৰ্যকৰণ) আদিৰ ফলত হোৱা ধৃষ্টতাৰ (সাহসৰ) অভাৱেই ব্ৰীড়া । শৰীৰ বেঁকা কৰা, গা ঢাকি ধৰা, ৰং সলনি হোৱা, তললৈ মুখ কৰা আদিৰ দ্বাৰা (অনুভাৱৰ) ইয়াক বুজোৱা হয় ।
[অনুচিত কাৰ্যজনিত মনৰ সঙ্কোচেই হ'ল ব্ৰীড়া বা লজ্জা । উদাহৰণ 'অমৰুশতক'ৰ (৪১) ।]

মূল – আৱেশো গ্ৰহদুঃখদ্যৈৰপস্মাৰো যথাভিধঃ ।
ভূপাতকম্পপ্ৰস্বেদলালাফেনোদ্গমাদয়ঃ ॥ ২৫ ॥

অনুবাদ – 'অপস্মাৰ' শব্দৰ অৰ্থৰ অনুসৰিয়েই গ্ৰহজনিত দুখ আদিৰ কাৰণ হোৱা

চিত্তবিক্ষোপক (মনোকষ্ট) অপস্মাৰ বোলা হয়। মাটিত পৰি যোৱা, কঁপা, ঘাম ওলোৱা, (মুখৰ পৰা) লালটি আৰু ফেন ওলোৱা আদি হয়।
[অপস্মাৰ – অপ (অপগত) ✓স্মৃ (স্মৰণ কাৰ্য) অৰ্থাৎ কাৰ্যকাৰণ বিচাৰ শূন্য অৱস্থা। গ্ৰহ, দুৰ্দৈৱ, ৰাক্ষসাদিৰ ভয়ৰ ফলত মনৰ এনে অৱস্থা হয়। উদাহৰণ 'শিশুপালবধ'ৰ (৩।৭২)।]

মূল – মোহো ৱিচিত্ততা ভীতিদুঃখাৱেশানুচিন্তনৈঃ।
তত্ৰাজ্ঞানভ্ৰমাঘাতঘূৰ্ণনাদৰ্শনাদয়ঃ ॥ ২৬ ॥

অনুবাদ – ভয়, দুখ, মনোবেদনা, চিন্তা আদিৰ ফলত হোৱা চিত্তৰ বিকলতাই মোহ। ইয়াত সঠিক জ্ঞান নোহোৱা, ভ্ৰম হোৱা, আঘাত পোৱা, (মূৰ আদি) ঘূৰোৱা, দেখা নোপোৱা আদি (অনুভাৱ) হয়।
[উদাহৰণ 'কুমাৰসম্ভৱ'ৰ ( ৩।৭৩) আৰু 'উত্তৰৰামচৰিত'ৰ (১।৩৫)।]

মূল – ভ্ৰান্তিচ্ছেদোপদেশাভ্যাং শাস্ত্ৰাদেস্তত্ত্বধীৰ্মতিঃ।

অনুবাদ – মতি হ'ল শাস্ত্ৰাদিৰ পৰা পোৱা তত্ত্বজ্ঞান (সঠিক জ্ঞান)। ভ্ৰান্তিৰ নিৰাকৰণ তথা উপদেশ প্ৰদান আদিৰে ইয়াক বুজোৱা হয়।
[উদাহৰণ 'কিৰাতাৰ্জ্জুনীয়'ৰ ( ২।৩০) আৰু 'সাৰঙ্গধৰপদ্ধতি'ৰ ( ৩৩৩১)।]

মূল – আলস্যং শ্ৰমগৰ্ভাদৈৰ্জ্জাড্যং জৃম্ভাসিতাদিমৎ ॥ ২৭ ॥

অনুবাদ – পৰিশ্ৰম, গৰ্ভভাৰ আদিৰ ফলত হোৱা শক্তিহীনতাই (জড়তাই) আলস্য। ইয়াত হামিওৱা, বহি থকা আদি (অনুভাৱ) আছে।
[উদাহৰণ 'চলতি' ইত্যাদি ধনিকৰ ৰচনা।]

মূল – আৱেগঃ সম্ভ্ৰমোঽস্মিন্নভিসৰজনিতে শস্ত্ৰনাগাভিয়োগো
ৱাতাৎ পাংসূপদিগ্ধস্ত্বৰিতপদগতিৰ্ৱৰ্ষজে পিণ্ডিতাঙ্গঃ।
উৎপাতাৎ স্ৰস্ততাঙ্গেষ্বহিতহিতকৃতে শোকহৰ্ষানুভাৱা
ৱহ্নেৰ্ধূমাকুলাস্যঃ কৰিজমনু ভয়স্তম্ভকম্পাপসাৰাঃ ॥ ২৮ ॥

অনুবাদ – মনৰ সম্ভ্ৰমক (ক্ষোভ) আৱেগ বোলা হৈছে। এই আবেগ ৰাজ্যবিপ্লৱজনিত হ'লে অস্ত্ৰ-শস্ত্ৰাদি আৰু হাতী আদিৰ প্ৰয়োজন হয়। বায়ুৰ দ্বাৰা হ'লে ধূলি ধূসৰিত হয় আৰু খোজ খৰগতিৰ হয়। বৰষুণ জনিত হ'লে শৰীৰৰ অঙ্গ সঙ্কুচিত হয়। উৎপাতজনিত হ'লে অঙ্গ শিথিল হয়। অনিষ্টপ্ৰাপ্তি হ'লে শোক বা দুখ ইয়াৰ অনুভাৱ হয়। ইষ্টপ্ৰাপ্তিত হৰ্ষ ওপজে। অগ্নিৰ দ্বাৰা হ'লে মুখ ধূমাকুলিত হয়। হাতীৰ দ্বাৰা হোৱা আৱেগত ভয়, চেতনাহীন, কম্পন তথা পলায়ন আদি অনুভাৱ হয়।
(আৱেগৰ উৎপত্তিৰ কাৰণ আঠ প্ৰকাৰৰ দেখুওৱা হৈছে —
১। আক্ৰমণজনিত (ৰাজ্যবিপ্লৱাদি), উদাহৰণ 'আগচ্ছাগচ্ছ' আদি ধনিকৰ ৰচনা 'তনুত্ৰাণং' আদি অজ্ঞাতকৱিৰ আৰু 'প্ৰাৱৰ্ন্নাং' আদি অজ্ঞাতকৱিৰ ৰচনা; ২। বায়ুজনিত, উদাহৰণ 'ৱাতাহতং' আদি অজ্ঞাতকৱিৰ ৰচনা ; ৩। বৰষুণজনিত, উদাহৰণ– 'দেৱে বৰ্ষতি' আদি অজ্ঞাতকবিৰ ৰচনা; ৪। উৎপাতজনিত (দৈৱাদি দুৰ্ঘটনা), উদাহৰণ– 'পৌলস্ত্য' আদি অজ্ঞাতকবিৰ ৰচনা; ৫। অনিষ্টপ্ৰাপ্তিজনিত, উদাহৰণ – 'মৃগৰূপং' আদি আৰু 'ৱৎসস্যা' আদি 'উদাত্তৰাঘৱ'ৰ পৰা উদ্ধৃত; ৬। ইষ্টপ্ৰাপ্তিজনিত, উদাহৰণ– 'মহাৱীৰচৰিত'ৰ (১।৫৫); ৭। অগ্নিজনিত, উদাহৰণ –'অমৰুশতক'ৰ (২) আৰু 'ৰত্নাৱলী'ৰ ( ৪।১৬ ) আৰু ৮। হস্তীজনিত, উদাহৰণ – 'ৰঘুবংশ'ৰ ( ৫।৪৯ )।]

মূল – তৰ্কো ৱিচাৰঃ সন্দেহাৎ ভ্ৰূশিৰোঽঙ্গুলিনৰ্তকঃ।

অনুবাদ – সন্দেহৰ পৰা ওপজা বিচাৰ হ'ল তৰ্ক। ভ্ৰূ, মূৰ আৰু আঙুলি ইয়াত লৰচৰ কৰা হয়।
[উদাহৰণ – 'কিংলোভেন' আদি 'উদাত্তৰাঘৱ'ৰ পৰা উদ্ধৃত আৰু 'কঃ সমুচিতা' আদি অজ্ঞাতকবিৰ ৰচনা।]

মূল – লজ্জাদ্যৈৰ্ৱিক্ৰিয়াগুপ্তাৱৱহিত্থাঙ্গৱিক্ৰিয়া।

অনুবাদ – লাজ আদিৰ দ্বাৰা (আনন্দজনিত) অঙ্গৰ বিকাৰ গোপন কৰাকে অৱহিত্থা' বোলে। অঙ্গৰ বিকাৰেই ইয়াৰ অনুভাৱ।
[অৱহিত্থাত লাজ, ভয়, গৌৰৱ আদিৰে হৰ্ষ, ৰোমাঞ্চ, প্ৰফুল্লতা আদি দেহৰ বিকাৰ লুকুৱাই থোৱা হয়। বেলেগ কামত ব্যস্ত হৈ যোৱা, অন্য ফালে চোৱা আদি হ'ল ইয়াৰ অনুভাৱ। ইয়াত সাধাৰণতে আনন্দক বেলেগ কামত ব্যস্ত হৈ, ভয়ক ধৃষ্টতা দেখুৱাই, স্নেহক মূৰ্চা আদি ৰূপত গোপন কৰা হয়। যথা- 'কুমাৰসম্ভৱ'ৰ ( ৬।৮৪)।]

মূল – ৱ্যাধয়ঃ সন্নিপাতাদ্যাস্তেষামন্যত্ৰ ৱিস্তৰঃ ॥ ২৯ ॥

অনুবাদ – ব্যাধি হ'ল সন্নিপাত আদি ৰোগ। অন্যত্র (বৈদ্য গ্রন্থত) ইয়াৰ বিস্তৰ বর্ণনা দিয়া আছে।
[উদাহৰণ যথা – 'অমৰুশতক'ৰ (৭৮)।]

মূল – অপ্রেক্ষাকাৰিতোন্মাদঃ সন্নিপাতগ্রহাদিভিঃ।
অস্মিন্নৱস্থা ৰুদিতগীতহাসাসিতাদয়ঃ ॥ ৩০ ॥

অনুবাদ – চিন্তা নকৰাকৈ কৰা কামেই উন্মাদ। ই সন্নিপাত (শাৰীৰিক ৰোগ) তথা গ্রহাদি দোষৰ ফলত হয়। ইয়াৰ কন্দা, গান গোৱা, হঁহা আৰু (একে ঠাইতে) বহি থকা আদি (অনুভাৱ) অৱস্থা আছে।
[উদাহৰণ যথা – 'ৱিক্রমোৰ্ৱশীয়'ৰ (৪।৭)।]

মূল – প্রাৰব্ধকার্য়াসিদ্ধ্যাদেৰ্ৱিষাদঃ সত্ত্বসংক্ষয়ঃ।
নিঃশ্বাসোচ্ছ্বাসহৃত্তাপসহায়ান্বেষণাদিকৃৎ ॥ ৩১ ॥

অনুবাদ – হাতত লোৱা কামৰ সিদ্ধি লাভ নহ'লে বলহীন (ধৈর্যহীন) হোৱাকে বিষাদ বোলা হয়। ইয়াত (সঘন) শ্বাস-প্রশ্বাস, মনস্তাপ, অন্যৰ সহায় বিচৰা আদি (অনুভাৱ) কার্য পোৱা যায়।
[উদাহৰণ যথা – 'মহাবীৰচৰিত'ৰ (১।৪০)।]

মূল – কালক্ষমত্বমৌৎসুক্যং ৰম্যোচ্ছাৰতিসম্ভ্রমৈঃ।
তত্ৰোচ্ছ্বাসত্বৰাশ্বাসহৃত্তাপস্বেদৱিভ্রমাঃ ॥ ৩২ ॥

অনুবাদ – প্রিয় বস্তুৰ প্রতি ইচ্ছা, প্রগাঢ় প্রেম অথবা সম্ভ্রমৰ বাবে (অভীষ্ট প্রাপ্তিত) বিলম্ব সহ্য কৰিব নোৱাৰাকে ঔৎসুক্য বোলা হয়। ইয়াত খৰধৰ কৰা, দীঘল দীঘল শ্বাস-প্রশ্বাস, মনস্তাপ, ঘাম ওলোৱা, বিভ্রম আদি (অনুভাৱ) পোৱা যায়।
[ইপ্সিতবস্তুৰ বাবে উৎকণ্ঠিত বৈ কোনো ধৰণৰ পলম সহ্য কৰিব নোৱাৰাকে ঔৎসুক্য বুলি কোৱা হৈছে। উদাহৰণ – 'কুমাৰসম্ভৱ'ৰ (৭।২২ আৰু ৬।৯৫)।]

মূল – মাৎসর্য়দ্বেষৰাগাদেশ্চাপলং ত্বনৱস্থিতিঃ,
তত্র ভৰ্ৎসনপাৰুষ্যস্বচ্ছন্দাচৰণাদয়ঃ ॥ ৩৩ ॥

অনুবাদ – ঈর্ষা, দ্বেষ, খং আদিৰ ফলত হোৱা মনৰ অস্থিৰতাক চপলতা বোলে। ভৎর্সনা কৰা, কটু বচন মতা, স্বেচ্ছাই গমন কৰা আদি ইয়াৰ অনুভাৱ।



[উদাহৰণ – 'সুভাষিতাৱলী'ৰ (৭৩৫) আৰু 'ৱিনিকষণ' আদি অজ্ঞাত কৰিৰ ৰচনা।

ৰতি আদি স্থায়ীভাৱতে উৎপন্ন আৰু বিলীন হোৱা ভাৱেই ব্যভিচাৰীভাৱ। এনে ধৰণৰ ব্যভিচাৰীভাৱ চিত্তবৃত্তিৰ একোটা একোটা বিশেষ অৱস্থা। এই ভাৱ যে কেৱল তেত্রিশ প্রকাৰৰ, তেনে নহয়। তেত্রিশৰ অতিৰিক্ত ভাৱো আছে। কিন্তু তেনে ভাব বিভাৱ তথা অনুভাৱৰ স্বৰূপৰ লগত মিলি যোৱা বাবে পৃথক ভাৱে উল্লেখ কৰিব লগীয়া নহয় বুলি বৃত্তিকাৰে কৈছে।]

মূল – ৱিৰুদ্ধৈৰৱিৰুদ্ধৈৰ্ৱা ভাৱৈৰ্ৱিচ্ছিদ্যতে ন য়ঃ।
আত্মভাৱং নয়ত্যন্যান্ স স্থায়ী লৱণাকৰঃ ॥ ৩৪ ॥

অনুবাদ – বিৰোধী বা অবিৰোধী ভাৱৰ দ্বাৰা যি ভাৱ বিছিন্ন নহয় আৰু অন্যান্য ভাৱক লুণীয়া সাগৰৰ দৰে (সাগৰে যি কোনো ধৰণৰ পানীক আত্মসাৎ কৰাৰ দৰে) আত্মসাৎ কৰি লয়, সিয়েই (চিত্তত স্থিত) স্থায়ীভাৱ।
[লুণীয়া সাগৰে যি কোনো ৰসযুক্ত পানীক গ্রহণ কৰি লুনীয়া কৰি লোৱাৰ দৰে স্থায়ীভাৱে যি কোনো ভাৱক নিজত বিলীন কৰি নিজৰ পৰিপুষ্টি সাধন কৰে। স্থায়ীভাৱৰ অবিৰোধী (সজাতীয়) বা বিৰোধী (বিজাতীয় কোনো ভাৱে বিছিন্ন কৰিব নোৱাৰে।

ধনিকে সজাতীয় ভাৱৰ দ্বাৰা বিছিন্ন (তিৰস্কৃত) নোহোৱা স্থায়ীভাৱৰ উদাহৰণৰ ক্ষেত্রত 'বৃহৎকথা'ৰ নৰবাহনদত্তৰ মদনমঞ্জুষাৰ প্রতি থকা ৰতি নামক স্থায়ীভাৱৰ কথা উল্লেখ কৰিছে, য'ত নায়ক নৰবাহনদত্তৰ অন্য অনেক নায়িকাৰ প্রতি অনুৰাগ দেখুৱালেও মদনমঞ্জুষাৰ প্রতি থকা ৰতিভাৱ বিছিন্ন কৰিব পৰা নাই। বিজাতীয় ভাৱৰ দ্বাৰা বিচ্ছিন্ন নোহোৱাৰ উদাহৰণ 'মালতীমাধৱ'ৰ পঞ্চম অঙ্কৰ পৰা দেখুৱাইছে। তাত শ্মশানশালীৰ বীভৎসতায়ো নায়ক মাধৱৰ নায়িকা মালতীৰ প্রতি থকা অনুৰাগ বিচ্ছিন্ন কৰিব পৰা নাই। এইদৰে সজাতীয়েই হওক, বিজাতীয়েই হওক অন্যভাৱে স্থায়ীভাৱক বিছিন্ন কৰিব নোৱাৰে। আকৌ যদি দুটা বা ততোধিক সমপ্রধান স্থায়ীভাৱ থাকে তেতিয়া হ'লে ভাৱবোৰ পৰস্পৰ অঙ্গাঙ্গী ৰূপত থাকিব অর্থাৎ এটা অঙ্গী হিচাপে আৰু অন্যবিলাক অঙ্গ হিচাপে থাকিব বুলি বৃত্তিকাৰে সবিস্তাৰে উল্লেখ কৰিছে।]

মূল – ৰত্যুৎসাহজুগুপ্সাঃ ক্রোধো হাসঃ স্ময়ো ভয়ং শোকঃ।
শমমপি কেচিৎ প্রাহুঃ পুষ্টিৰ্নাট্যেষু নৈতস্য ॥ ৩৫ ॥

**অনুবাদ** – (এই স্থায়ীভাৱবোৰ হ'ল) ৰতি, উৎসাহ, জুগুপ্সা, ক্রোধ, হাস, স্ময় (বিস্ময়), ভয় আৰু শোক। কোনোৱে শমকো (এক প্ৰকাৰ স্থায়ীভাৱ বুলি) কয়। (কিন্তু) নাট্যকলাত ইয়াৰ পুষ্টি (উপযোগিতা) নাই।

[ৰতি মানে স্ত্রী-পুৰুষৰ পৰস্পৰ স্পৃহা ; উৎসাহ হ'ল শ্ৰেষ্ঠতাৰ বাবে মনৰ আশা ; জুগুপ্সা হ'ল ঘৃণা বা অবাঞ্ছনীয়তা ; ক্রোধ হ'ল মনৰ তীক্ষ্নতা, উত্তেজনা আদি ; হাস হ'ল চিত্তৰ বিকাশ ; বিস্ময় মানে চিত্তৰ বিস্তাৰ ; ভয় হ'ল চিত্তৰ বিকলতা ; শোক হ'ল মনৰ প্ৰতিকূলতা, বিধূৰতা আদি আৰু শম হ'ল তৃষ্ণাৰ ক্ষয়।

শমক স্থায়ীভাৱ হিচাপে লোৱা শান্তৰস সম্পৰ্কে নিজৰ মত দাঙি ধৰি বৃত্তিকাৰে কৈছে যে শম হ'ল কাৰ্যৰ নিৰ্বৃত্তি কাৰ্যৰ নিৰ্বৃত্তি বা কাৰ্যৰ অভাৱ অভিনয়ৰ বিপৰীত ধৰ্মী অৱস্থা। গতিকে ধনিকৰ মতে ৰূপকত শান্তৰস থাকিব নোৱাৰে। শ্ৰীহৰ্ষৰ নাটক 'নাগানন্দ'ৰ উদাহৰণ বিশ্লেষণ কৰি তেওঁ দেখুৱাইছে যে কোনো কোনোৱে ভৱাৰ দৰে তাত শান্তৰস নাই, বীৰৰসহে (দয়াবীৰ) তাৰ অঙ্গীৰস, যিটো নায়ক জীমূতৱাহনৰ জীৱনত প্ৰতিফলিত হৈছে।]

মূল – নিৰ্ৱেদাদিৰ তাদ্ৰূপ্যাদস্থায়ী স্বদতে কথম্।
ৱৈৰস্যায়ৈৱ তৎপোষস্তেনাষ্টৌ স্থায়িনো ৰসঃ ॥ ৩৬ ॥

**অনুবাদ** – নিৰ্বেদ আদিত তাদ্ৰূপ্যৰ (বিৰুদ্ধ তথা অবিৰুদ্ধ ভাৱৰ বিচ্ছিন্ন হোৱা গুণ) অভাৱৰ কাৰণে এইবোৰ অস্থায়ীভাৱ। এইবোৰক (ৰসৰ দৰে) কেনেকৈ আস্বাদন কৰিব পাৰি ? যদি কেনেবাকৈ এইবিলাকে ৰসৰ পৰিপুষ্টি আনিলেও (ৰসৰ) বৈৰিতাহে হ'ব অৰ্থাৎ সৰসতা ৰসহীনতাহে হ'ব। সেইবাবে স্থায়ীভাৱ আঠ প্ৰকাৰৰ।

[বিৰোধী তথা অবিৰোধী ভাৱৰ দ্বাৰা বিচ্ছিন্ন নোহোৱাটোৱেই (অতাদ্ৰূপতা) স্থায়ীভাৱৰ লক্ষণ আৰু তাৎপৰ্য। স্থায়ীভাৱ ৰসকাল পৰ্যন্ত স্থিৰ ৰূপত থকাৰ ক্ষমতা আছে। নিৰ্বেদ আদিত সেই গুণ নেহোৱাৰ বাবেই এইবিলাক অস্থায়ীভাৱ। এনেধৰণৰ অস্থায়ীভাৱে ৰসৰ পৰিপুষ্টি যোগাব নোৱাৰে। ফলত এইবিলাকৰ ৰসত্ব স্বীকাৰ কৰা নহয়। গতিকে স্থায়ীভাৱ আঠ প্ৰকাৰৰ।]

মূল – ৱাচ্যা প্ৰকৰণাদিভ্যো বুদ্ধিস্থা ৱা যথা ক্ৰিয়া।
ৱাক্যাৰ্থঃ কাৰকৈৰ্যুক্তা স্থায়ী ভাৱস্তথেতৰৈঃ ॥ ৩৭ ॥

**অনুবাদ** – (যেনেকৈ বাক্যত) ক্ৰিয়া (কেতিয়াবা) বাচ্য (প্ৰকাশমান) নাইবা কেতিয়াবা)



প্ৰকৰণ আদিৰ দ্বাৰা বুদ্ধিস্থ (প্ৰসঙ্গবশতঃ অধ্যাহাৰ কৰি বোধগম্য কৰি লোৱা) হিচাপে কাৰকৰ লগত (কৰ্তাকৰ্মাদি) অন্বিত হৈ (সেই বাক্যৰ) বাক্যাৰ্থ প্ৰকাশক হয়, তেনেকৈ স্থায়ীভাৱ (কেতিয়াবা) বাচ্য অথবা (কেতিয়াবা) প্ৰকৰণবশতঃ অধ্যাহৃত হিচাপে অন্যান্য ভাৱৰ (বিভাৱাদি) লগত যুক্ত হৈ বাক্যাৰ্থ প্ৰকাশক হয় অৰ্থাৎ ৰসোৎপত্তি হয়।

['গৰুজনী আনা' এই লৌকিক বাক্যটোত 'আনা' ক্ৰিয়া স্বৱাচক পদেৰে শ্ৰূয়মান (আৰু অৰ্থবোধ হৈছে।)। 'দুৱাৰখন, দুৱাৰখন' ইত্যাদি বাক্যৰ অৰ্থ প্ৰকৰণ আদি অৰ্থাৎ শ্ৰোতা, বক্তা, দেশ, কাল বশতঃ বুদ্ধিস্থ (অশ্ৰূয়মান অৰ্থাৎ অৰ্থবোধৰ বাবে 'বন্ধ কৰা' আদি অধ্যাহাৰ কৰি ল'ব লগা হয়।)। এই ক্ৰিয়াবোৰ কাৰকৰ লগত অন্বিত (সংশ্লিষ্ট) হৈ বাক্যাৰ্থ প্ৰকাশ কৰে। ঠিক তেনেকৈ কাব্যত কেতিয়াবা (ৰত্যাদি ভাৱৰ) স্বৱাচক পদৰ সাক্ষাৎ প্ৰয়োগ হয় ; যেনে 'নৱ-বিৱাহিতা প্ৰিয়াৰ প্ৰীতিৰে' ইত্যাদি বাক্য ('নাগানন্দ' নাটকত ৰতিভাৱ প্ৰকাশক প্ৰীতি শব্দৰ সাক্ষাৎ প্ৰয়োগ আদি)। আকৌ কেতিয়াবা প্ৰকৰণ আদি আধাৰত বা বাক্যত বৰ্ণিত কোনো ৰসৰ সহযোগত অভিধাৰ দ্বাৰা প্ৰতিপাদিত বিভাৱ, অনুভাৱ তথা সঞ্চাৰীভাৱৰ লগত নিত্য সম্বন্ধ হোৱাত সহৃদয়ৰ (ভাৱক) চিত্তত সাক্ষাৎ স্ফুৰিত ৰত্যাদি স্থায়ীভাৱেই নিজৰ নিজৰ বিভাৱাদিৰ দ্বাৰা সংস্কাৰ পৰম্পৰাৰে পৰিপুষ্ট হৈ বাক্যাৰ্থ (কাব্যৰ) হয়।

ধনঞ্জয় আৰু ধনিকৰ মতে কাব্যত ৰত্যাদি ভাৱ বা ৰস বাক্যাৰ্থহে। ইয়াৰ প্ৰতীতিৰ কাৰণে ব্যঞ্জনাশক্তিৰ বেলেগ আৱশ্যকতা নাই। কাৰকৰ লগত অন্বিত হৈ ক্ৰিয়াই বাক্যৰ অৰ্থ প্ৰকাশ কৰে। প্ৰকৰণ আদিৰ দ্বাৰা ক্ৰিয়াৰ বোধ দুটা উদাহৰণেৰে বৃত্তিকাৰে বুজাই দিছে। প্ৰথমে পদবিলাকৰ এককভাৱে বোধ হয়। তাৰ পাছত পদবিলাকৰ লগত অন্বিত হৈ থকা ক্ৰিয়াৰ অৰ্থ বোধ হৈ বাক্যাৰ্থবোধ হয়। তেনেকৈ কাব্যতো ৰত্যাদি ভাৱৰ বোধ উপজিবৰ দুটা অৱস্থা আছে। কেতিয়াবা স্বৱাচক শব্দৰ দ্বাৰা হয়। কেতিয়াবা প্ৰকৰণবশতঃ সেই বাক্যাৰ্থ প্ৰতীত হয়।]

মূল – ৰসঃ স এৱ স্বাদ্যত্বাদ্ ৰসিকস্যৈৱ ৱৰ্তনাৎ।
নানুকাৰ্য্যস্য ৱৃত্তত্বাৎ কাব্যস্যাতৎপৰত্বতঃ ॥ ৩৮ ॥
দ্ৰষ্টুঃ প্ৰতীতিব্ৰীড়েৰ্ষ্যাৰাগদ্বেষপ্ৰসঙ্গতঃ।
লৌকিকস্য স্বৰমণীসংযুক্তস্যৈৱ দৰ্শনাৎ ॥ ৩৯ ॥

**অনুবাদ** – আস্বাদ যোগ্য হোৱা বাবে সিয়েই (স্থায়ীভাৱেই) ৰস। ইয়াৰ স্থিতি

ৰসিকৰ হৃদয় ; অনুকৰণীয়জনত (ৰামাদিত) নহয় আৰু ৰসৰ প্ৰয়োজনো অনুকৰণীয়জনৰ নাই । (অনুকৰণীয়জনৰ) ৰস প্ৰতীতি হয় বুলি মানিলে নিজ প্ৰণয়িনীৰ সঙ্গত কোনো লৌকিক ব্যক্তিৰ ৰত্যাদি ভাৱ দেখা পাই দেখোঁতাজনৰ লাজ, ঈৰ্ষা, ৰাগ-দ্বেষ ইত্যাদি যেনেকৈ উৎপন্ন হ'ব কাব্যতো তেনেকুৱা হ'ব । [ৰস্যতে স্বাদ্যতে ইতি ৰসঃ — অৰ্থাৎ স্বাদ যোগ্য হ'লেই স্থায়ীভাৱ ৰস হয় । ইয়াৰ স্থিতি সামাজিকৰ হৃদয়, অনুকৰণীয় চৰিত্ৰবিলাকত (ৰামাদিত) নাথাকে । ৰস ৰূপ আনন্দ বৰ্তমানৰ বিষয় আৰু আনহাতে অনুকৰণীয় চৰিত্ৰবিলাক অতীত কালৰ । গতিকে সামাজিকৰ হৃদয়ে হ'ল ৰসৰ স্থিতি ।

যদি কোৱা হয় যে চৰিত্ৰবিলাক বৰ্তমানৰ নহ'লেও শব্দৰ দ্বাৰা উপস্থাপিত কৰি বৰ্তমানৰ নিচিনা দেখুৱাইছে, তথাপিও সেই চৰিত্ৰবিলাকৰ উপস্থিতি সামাজিকৰ (কাব্য পাঠ, শ্ৰৱণ বা দৰ্শন) অনুভাৱৰ দ্বাৰাহে সম্ভৱপৰ । তদুপৰি কৱিয়ে অনুকৰণীয় চৰিত্ৰবিলাকৰ ৰসাস্বাদৰ বাবে নহয়, সহৃদয়ৰ প্ৰতি লক্ষ্য ৰাখিহে কাব্য সৃষ্টি কৰে ।

যদি অনুকৰণীয় চৰিত্ৰবিলাকত শৃঙ্গাৰাদি ৰসোৎপত্তি হয় বুলি ধৰা হয়, তেতিয়া অভিনয় দৰ্শন লৌকিক নায়কৰ নিজৰ প্ৰেমিকাৰ প্ৰতি অনুৰাগ প্ৰদৰ্শন কৰাৰ দৰে হ'ব যাৰ ফলত ৰসাস্বাদ নহৈ সৎপুৰুষৰ বিতৃষ্ণা জাগিব আৰু অন্যান্যলোকৰ খং, হিংসা আদি ভাৱৰ উদয় হ'ব । গতিকে সমাজিকৰ হৃদয়েই ৰসৰ স্থিতি ।]

মূল — ধীৰোদাত্তাদ্যৱস্থানাং ৰামাদিঃ প্ৰতিপাদকঃ ।
বিভাৱয়তি ৰত্যাদীন্ স্বদন্তে ৰসিকস্য তে ॥ ৪০ ॥

অনুবাদ — ৰামাদিয়ে (অনুকৰণীয় চৰিত্ৰই) ধীৰোদাত্ত আদি অৱস্থাৰ প্ৰতিপাদন কৰে আৰু ৰতি প্ৰভৃতিক (স্থায়ীভাৱক) বিভাৱিত কৰে । সেইবিলাকে (ৰতি আদিয়ে) ৰসিকৰ স্বাদ যোগ্যতা আনে ।

মূল — তা এৱ চ পৰিত্যক্তবিশেষা ৰসহেতৱঃ ।

অনুবাদ — তেওঁবিলাকে (নায়িকাবিলাকে) আনহাতে নিজৰ বিশেষত্ব হেৰুৱায় বাবে ৰসোৎপত্তিৰ কাৰণ হয় ।

[কাব্যত সীতাদি নায়িকাই নিজৰ নিজৰ বিশিষ্টতা হেৰুৱাই সাধাৰণীকৃত হৈ সৰ্ৱজনসুলভ নায়িকাদি ৰূপ পৰিগ্ৰহণ কৰে । আৰু এনে ধৰণে ৰসৰ কাৰণ হৈ সামাজিকৰ আলম্বন বিভাৱ হয় । কাব্যত বৰ্ণিত সীতা আদি জনক তনয়াৰ ৰূপ পৰিত্যাগ কৰি সাধাৰণ স্ত্ৰী বিশেষত পৰিণত হয় । সেয়েহে সীতাদি পূজ্যা ব্যক্তিও সামাজিকৰ মনত শৃঙ্গাৰৰসৰ আলম্বন বিভাৱ হ'ব পাৰে ।]



মূল — ক্ৰীড়তাং মৃন্ময়ৈৰ্য়দ্বদ্ বালানাং দ্বিৰদাদিভিঃ ॥ ৪১ ॥
স্বোৎসাহঃ স্বদতে তদ্বচ্ছ্ৰোতৃণামৰ্জুনাদিভিঃ ।

অনুবাদ — মাটিৰে নিৰ্মিত হাতী আদিৰে খেলি ল'ৰাই উৎসাহ, আনন্দ পোৱাৰ নিচিনাকৈ শ্ৰোতাদৰ্শকে অৰ্জুন আদি পাত্ৰৰ দ্বাৰা (চৰিত্ৰৰ ক্ৰিয়া-কৌশলৰ দ্বাৰা) নিজৰ উৎসাহৰ আস্বাদ লাভ কৰে ।

[সৰু ল'ৰাই মাটিৰে তৈয়াৰী হাতী-ঘোঁৰাকে প্ৰকৃত হাতী-ঘোঁৰা বুলি আনন্দ লভাৰ দৰে শ্ৰোতাদৰ্শকে অভিনয় কৰা অৰ্জুনকে প্ৰকৃত অৰ্জুন বুলি ভাৱি অনুকৃত কৰ্মৰাজি দেখি উৎসাহ তথা আনন্দ লাভ কৰে । মৃন্ময় হাতী-ঘোঁৰাৰ দৰে অৰ্জুন আদি অবাস্তৱিক, কিন্তু ইয়েই সহৃদয়ৰ হৃদয় আনন্দেৰে পূৰ্ণ কৰি তোলে ।]

মূল — কাব্যাৰ্থভাৱনাস্বাদো নৰ্তকস্য ন ৱাৰ্য়তে ॥ ৪২ ॥

অনুবাদ — কাব্যাৰ্থৰ ভাৱনাৰ দ্বাৰা (ৰসোপলব্ধিৰ দ্বাৰা) অভিনেতাৰ ৰসাস্বাদ হ'লে তাক নিবাৰণ কৰিব নোৱাৰি ।

[অভিনেতাই অভিনেত্ৰীক নিজৰ স্ত্ৰী বুলি নাভাৱে । কিন্তু অভিনয়ৰ সময়ত অভিনেতাৰো ৰসাস্বাদন হ'ব পাৰে আৰু ই লৌকিক ৰসৰ পৰা বেলেগ । এনেদৰে কাব্যাৰ্থ ভাৱনাৰ দ্বাৰা অভিভূত হৈ তেওঁ যদি সামাজিকৰ নিচিনা ৰসাস্বাদন কৰে তেতিয়া হ'লে তাক নিবাৰণ কৰিব নোৱাৰি ।]

মূল — স্বাদঃ কাব্যাৰ্থসম্ভেদাদাত্মানন্দসমুদ্ভৱঃ ।
বিকাসৱিস্তৰক্ষোভৱিক্ষেপৈঃ স চতুৰ্ৱিধঃ ॥ ৪৩ ॥
শৃঙ্গাৰৱীৰৱীভৎসৰৌদ্ৰেষু মনসঃ ক্ৰমাৎ ।
হাস্যাদ্ভুতভয়োৎকৰ্ষকৰুণানাং ত এৱ হি ॥ ৪৪ ॥
অতস্তজ্জন্যতা তেষামত এৱাৱধাৰণম্ ।

অনুবাদ — কাব্যাৰ্থৰ লগত (বিভাৱাদিযুক্তস্থায়ীভাৱৰ) তন্ময় হৈ আত্মাত যি আনন্দ অনুভৱ হয়, তাকেই স্বাদ (আত্মানন্দানুভূতি ৰস) বোলা হয় । সি (স্বাদ) মনৰ বিকাস, বিস্তাৰ, বিক্ষোভ আৰু বিক্ষেপ ভেদে চাৰি প্ৰকাৰৰ — যি ক্ৰমশঃ শৃঙ্গাৰ, বীৰ, বীভৎস আৰু ৰৌদ্ৰৰসত পোৱা যায় । হাস্য, অদ্ভুত, ভয়ানক আৰু করুণৰসতো ক্ৰমে ইয়াক (মনৰ সেই সেই অৱস্থা) পোৱা যায় । সেইবাবে এইবিলাক (পিছৰ

চাৰিবিধ ৰস) সেই তাৰ পৰা (প্ৰথম চাৰিবিধ ৰসৰ পৰা) উৎপত্তি হয় আৰু ফলতঃ (ৰসৰ ধাৰণাৰ ক্ষেত্ৰত) ঠিক ধাৰণা কৰিব পাৰি।

[কাৰিকাৰ 'কাব্যাৰ্থ' শব্দৰ অৰ্থ বিভাৱ আদিৰ লগত সংশ্লিষ্ট স্থায়ীভাৱ। এই কাব্যাৰ্থৰ লগত সহৃদয়ৰ চিত্তৰ পৰস্পৰ সমৰূপতা (সম্ভেদ) পালে আৰু ৰাগ-দ্বেষ আদিৰ কাৰণ 'মই-আমি' আদি ভাৱ নাইকিয়া হ'লে অন্তৰত যি প্ৰৱলতৰ স্বানন্দৰ অনুভূতি হয়, সিয়েই স্বাদ। যদিও এই স্বাদ সকলো ৰসতে সাধাৰণতে সামান্য ৰূপত পোৱা যায় তথাপি প্ৰত্যেক ৰস বেলেগ বেলেগ বিভাৱৰ পৰা উদয় হয়। ফলত চিত্তবৃত্তিৰ (তন্ময়তা) চাৰিটা অৱস্থা পোৱা যায়। শৃঙ্গাৰৰসত চিত্তৰ বিকাস (বিকাশ, প্ৰকাশ), বীৰৰসত বিস্তাৰ, বীভৎসৰসত ক্ষোভ (সংকোচন, সঞ্চালন) আৰু ৰৌদ্ৰৰসত বিক্ষেপ (বিক্ষিপ্ততা) হয়। তদনুৰূপ হাস্য, অদ্ভুত, ভয়ানক আৰু করুণৰসতো চিত্তবৃত্তিৰ ক্ৰমে বিকাস, বিস্তাৰ, ক্ষোভ আৰু বিক্ষেপ ঘটে। চিত্তবৃত্তিৰ এই চাৰিপ্ৰকাৰৰ বিভাজন অনুসৰি ৰস আঠ প্ৰকাৰ বুলি ধাৰণা কৰা হৈছে।]

মূল — শমপ্ৰকৰ্ষোহনিৰ্ব্বাচ্যো মুদিতাদেস্তদাত্মনা ॥ ৪৫ ॥

অনুবাদ — শমপ্ৰকৰ্ষ অৰ্থাৎ শান্তৰস অৱৰ্ণনীয়, মুদিতা (আনন্দ) আদি ইয়াৰ (শান্তৰসৰ) আত্মস্বৰূপ।

[শম অৰ্থাৎ সৰ্ব্ববিষয়ৰ নিৰ্বৃত্তিৰ প্ৰকৰ্ষ অৰ্থাৎ উৎকৰ্ষই শান্তৰসৰ সমাৰ্থক বুজাইছে, যেনেকৈ ভয়োৎকৰ্ষই (কাৰিকা ৪।৪৪) ভয়ানকৰসক বুজাইছে।

সুখ, দুখ, চিন্তা আদিৰ পৰা ব্যতীত হোৱা বাবে শান্তৰসৰ স্বৰূপ বৰ্ণাব নোৱাৰি। কিন্তু শম উপায়ভূত যি মুদিতা (আনন্দ), মৈত্ৰী, করুণা আৰু উপেক্ষা আদি ৰূপ চিত্তৰ চাৰি বৃত্তি আছে আৰু যি ক্ৰমশঃ বিকাস, বিস্তাৰ, ক্ষোভ আৰু বিক্ষেপৰে প্ৰতিৰূপ, তাৰ দ্বাৰা শান্তৰসৰ আস্বাদ হয়। এনেকৈ অৰ্থাৎ বিকাস আদি চিত্তবৃত্তিৰ কথনেৰে শান্তৰসৰ আস্বাদন নিৰূপণ কৰিব পাৰি।

আগেয়ে ৪।৩৫ কাৰিকাত শম আৰু শান্তৰসৰ কথা উল্লেখ কৰি নাটকত ইয়াৰ প্ৰয়োগ নাই বুলি কৈছে। কিন্তু শ্ৰব্যকাব্যত ইয়াক অস্বীকাৰ কৰিব পৰা নাযায় বাবে শান্তৰসৰ স্বৰূপো দশৰূপককাৰে বৰ্ণনা কৰিছে।]

মূল — পদাৰ্থৈৰিন্দুনিৰ্ব্বেদৰোমাঞ্চাদিস্বৰূপকৈঃ।
কাব্যাদ্ বিভাৱসঞ্চাৰ্য্যনুভাৱপ্ৰখ্যতাং গতৈঃ ॥ ৪৬ ॥
ভাৱিতঃ স্বদতে স্থায়ী ৰসঃ স পৰিকীৰ্তিতঃ।



অনুবাদ — কাব্যত বিভাৱ, সঞ্চাৰীভাৱ আৰু অনুভাৱ নামেৰে জনাজাত হোৱা চন্দ্ৰমা, নিৰ্বেদ আৰু ৰোমাঞ্চাদিৰূপ পদাৰ্থৰ দ্বাৰা ভাৱিত অৰ্থাৎ পৰিপুষ্টি লাভ কৰা স্থায়ীভাৱ যেতিয়া আস্বাদ যোগ্য হয়, তাকেই ৰস বোলা যায়।

মূল — লক্ষণৈক্যং ৱিভাৱৈক্যাদভেদাদ্ ৰসভাৱয়োঃ ॥ ৪৭ ॥

অনুবাদ — ৰস আৰু ভাৱৰ (স্থায়ীভাৱৰ) বিভাৱ অভেদ হোৱা বাবে দুয়োৰে একে প্ৰকাৰৰ লক্ষণ কৰা হৈছে।

[ধনঞ্জয়ৰ মতে বিভাৱ আদিৰ দ্বাৰা আস্বাদিত ৰতি ৰূপ স্থায়ীভাৱেই শৃঙ্গাৰৰস। গতিকে স্থায়ীভাৱ আৰু ৰসৰ তাত্ত্বিক কোনো ভিন্নতা নাই। ফলত বেলেগ লক্ষণৰ কোনো প্ৰয়োজন নাই।]

মূল — ৰম্যদেশকলাকালৱেষভোগাদিসেৱনৈঃ।
প্ৰমোদাত্মা ৰতিঃ সৈৱ যূনোৰন্যোন্যৰক্তয়োঃ।
প্ৰহৃষ্যমাণা শৃঙ্গাৰো মধুৰাঙ্গৱিচেষ্টিতৈঃ ॥ ৪৮ ॥

অনুবাদ — ৰমনীয় দেশ (স্থান), কলা, কাল, বেশভূষা, উপভোগ আদিৰ দ্বাৰা সেৱিত (উদ্দীপিত) হৈ পৰস্পৰ অনুৰক্ত যুৱক-যুৱতীৰ আনন্দৰূপ ৰতিভাৱ অঙ্গ-প্ৰত্যঙ্গৰ মধুৰ চেষ্টাৰ (সঞ্চালন) দ্বাৰা পৰিপুষ্ট হ'লেই শৃঙ্গাৰৰস হয়।

[উদ্যান, নিৰ্জনস্থান আদি, চিত্ৰকলাত নিপুণতা, সন্ধ্যা আদি সময়, সুন্দৰ ভোগ-বিলাস তথা কটাক্ষ-বিক্ষেপ আদি মধুৰ আঙ্গিক চেষ্টাৰ বৰ্ণনা কৰা কাব্যৰ দ্বাৰা শৃঙ্গাৰৰস আস্বাদন কৰিব পাৰি।

বৃত্তিকাৰে মুঠতে দহবিধ বিভাৱৰ উদাহৰণ দাঙি ধৰিছে। এইবোৰ হ'ল — ১। দেশৰূপ (স্থান) — যথা 'উত্তৰৰামচৰিত'ৰ(১।২৬) ; ২। কলাৰূপ (নৃত্যকলা আদি) — যথা 'মালৱিকাগ্নিমিত্ৰ'ৰ (২।৮) আৰু 'নাগানন্দ'ৰ (১।১৫) আৰু 'প্ৰিয়দৰ্শিকা'ৰ (৩।১০) ; ৩। কালৰূপ (সময়) — যথা 'কুমাৰসম্ভৱ'ৰ (৩।২৬ আৰু ৩।৩৬) ; ৪। বেষৰূপ (সাজসজ্জাৰূপ) — যথা 'কুমাৰসম্ভৱ'ৰ (৩।৪৩) ; ৫। উপভোগৰূপ — যথা 'চক্ষুৰ্লুপ্ত' আদি অজ্ঞাতকৱিৰ ৰচনা ; ৬। প্ৰমোদাত্মক ৰতিৰূপ — যথা 'মালতীমাধৱ'ৰ (১।৩৯) ; ৭। যুৱতিৰূপ — যথা 'মালতীমাধৱৰ (২।৩) ; ৮। যুৱক-যুৱতীৰূপ — যথা 'মালতীমাধৱ'ৰ (১।১৬) ; ৯। পৰস্পৰ অনুৰাগৰূপ — যথা 'মালতীমাধৱ'ৰ (১।৩২) ; আৰু ১০। অঙ্গৰ মধুৰ চেষ্টাৰূপ -- যথা 'মালতীমাধৱ'ৰ (১।২৮)]

মূল — যে সত্ত্বজাঃ স্থায়িন এব চাষ্টৌ'
ত্রিংশৎত্রয়ো যে ব্যভিচারিণশ্চ ।
একোন পঞ্চাশদমী হি ভাৱা
যুক্তা নিবদ্ধাঃ পৰিপোষয়ন্তি ।
আলস্যমৌগ্র্যং মৰণং জুগুপ্সা
তস্যাশ্রয়দ্বৈতবিৰুদ্ধমিষ্টম্ ॥ ৪৯ ॥

অনুবাদ — (আঠবিধ) সাত্ত্বিকভাৱ, আঠবিধ স্থায়ীভাৱ আৰু তেত্রিশবিধ ব্যভিচাৰীভাৱ — মুঠতে এই ঊণপঞ্চাশবিধ ভাৱৰ যুক্তিপূর্ণ নিবন্ধনে (শৃঙ্গাৰৰসৰ) পৰিপোষণ কৰে । (কিন্তু) আলস্য, উগ্রতা আৰু মৰণ (এই তিনিবিধ সঞ্চাৰীভাৱ) আৰু জুগুপ্সাৰ (স্থায়ীভাৱ) ইয়াৰ (শৃঙ্গাৰৰসৰ) লগত একেটা মাথোন আলম্বন (আশ্রয়) দেখুৱাটো বিৰোধী হয় ।

[এই ঊণপঞ্চাশবিধ ভাৱৰ (সাত্ত্বিকভাৱ ৮ + স্থায়ীভাৱ ৮ + ব্যভিচাৰীভাৱ ৩৩) যুক্তিপূর্ণ নিবন্ধনে শৃঙ্গাৰৰসৰ পৰিপুষ্টতা আনে । ইয়াৰে কিন্তু আলস্য, উগ্রতা আৰু মৰণ নামৰ তিনিবিধ ব্যভিচাৰীভাৱ আৰু জুগুপ্সা নামৰ এবিধ স্থায়ীভাৱ শৃঙ্গাৰৰসৰ বিৰোধী । গতিকে এই কেইটা শৃঙ্গাৰৰসৰ আলম্বন হ'ব নোৱাৰে ।]

মূল — অয়োগো বিপ্রয়োগশ্চ সম্ভোগশ্চেতি স ত্রিধা ।

অনুবাদ — অয়োগ, বিপ্রয়োগ আৰু সম্ভোগ ভেদে ই (শৃঙ্গাৰৰস) তিনিবিধ ।

[কাৰিকাত বহু প্রচলিত 'বিপ্রলম্ভ' শব্দৰ প্রয়োগ কৰা নাই কিয়নো অয়োগ আৰু বিপ্রয়োগ দুয়ো 'বিপ্রলম্ভ'ৰে ভেদ বিশেষ । মিলনৰ পূর্বাৱস্থা অয়োগ আৰু মিলনৰ পিছত বিচ্ছেদ হ'ল বিপ্রয়োগ । দুয়োটা শব্দ বেলেগে বেলেগে নকৈ 'বিপ্রলম্ভ' শব্দেৰে অয়োগ বুজাইছে নে বিপ্রয়োগ বুজাইছে তাক 'লক্ষণা'ৰ দ্বাৰাহে বুজিব লাগিব । সেই 'লক্ষণা' নিবাৰণৰ বাবে ইয়াত দুয়োটা শব্দ ব্যৱহাৰ কৰিছে । 'বিপ্রলম্ভ'ৰ শাব্দিক অর্থ হ'ল 'বঞ্চনা' । কেতিয়াবা ই নায়িকাৰ প্রতি নায়কৰ প্রবঞ্চনাকো বুজাব পাৰে । গতিকে সংশয় তথা অনর্থ নিবাৰকৰণৰ বাবেই 'বিপ্রলম্ভ' শব্দটো ব্যৱহাৰ কৰা নাই ।]

মূল — তত্রায়োগোঽনুৰাগেঽপি নৱয়োৰেকচিত্তয়োঃ ॥ ৫০ ॥
পাৰতন্ত্র্যেণ দৈৱাদ্বা ৱিপ্রকর্ষাদসঙ্গমঃ ।

অনুবাদ — ইয়াৰ ভিতৰত অয়োগ হ'ল নৱযৌৱনসম্পন্ন এক চিত্তৰ (পৰস্পৰ



অনুৰক্ত) দুই ব্যক্তিৰ (নায়ক-নায়িকাৰ) অনুৰাগ সত্ত্বেও পৰাধীনতা বা দৈৱদশাৰ বাবে দূৰে দূৰে থকাত (পৰস্পৰ) সমাগম নোহোৱা ।

['যোগ' শব্দৰ অর্থ হ'ল সমাগম আৰু তাৰ অভাৱেই অয়োগ । এই অয়োগ কেতিয়াবা দেৱীৰ (মহাৰাণী, স্বপত্নী) অধীন, কেতিয়াবা মাতা-পিতা আদিৰ অধীন আৰু কেতিয়াবা দৈৱৰ অধীন হয় । দেৱীৰ অধীনৰ উদাহৰণ হ'ল 'ৰত্নাৱলী'ৰ সাগৰিকা আৰু বৎসৰাজ, মাতা-পিতাৰ অধীনৰ উদাহৰণ হ'ল 'মালতীমাধৱ'ৰ মালতী আৰু মাধৱ আৰু দৈৱাধীন অয়োগৰ উদাহৰণ হ'ল পার্ৱতী আৰু শঙ্কৰ ।]

মূল — দশাৱস্থঃ স তত্রাদাৱভিলাষোঽথ চিন্তনম ॥ ৫১ ॥
স্মৃতির্গুণকথোদ্বেগপ্রলাপোন্মাদসংজ্বৰাঃ ।
জড়তা মৰণং চেতি দুৰৱস্থং যথোত্তৰম্ ॥ ৫২ ॥

অনুবাদ — ই (অয়োগশৃঙ্গাৰ) দহবিধ । প্রথমে অভিলাষ, তাৰ পিছত চিন্তা, (পিছত ক্রমে) স্মৃতি, গুণকীর্তন, উদ্বেগ, প্রলাপ, উন্মাদ, জ্বৰ, জড়তা আৰু মৰণ । (এই অৱস্থাবিলাক) উত্তৰোত্তৰ বেছি কষ্টদায়ক ।

মূল — অভিলাষঃ স্পৃহা তত্র কান্তে সর্বাঙ্গসুন্দৰে ।
দৃষ্টে শ্রুতে ৱা তত্রাপি বিস্ময়ানন্দসাধ্বসাঃ ॥ ৫৩ ॥
সাক্ষাৎপ্রতিকৃতিস্বপ্নচ্ছায়ামায়াসু দর্শনম ।
শ্রুতির্ব্যাজাৎ সখীগীতমাগধাদিগুণস্তুতেঃ ॥ ৫৪ ॥

অনুবাদ — তাৰ ভিতৰত অভিলাষ হ'ল সর্বাঙ্গসুন্দৰ প্রিয়তমক দেখি বা তেওঁৰ বিষয়ে শুনি (নায়িকাৰ মনৰ) ইচ্ছা (সমাগমৰ ইচ্ছা) । ইয়াৰ বিস্ময়, আনন্দ আৰু সাধ্বস (ভয়) — (এই তিনিবিধ অনুভাৱ) । (নায়ক-নায়িকাৰ পৰস্পৰ) দর্শন সাক্ষাৎৰূপত, প্রতিকৃতিৰূপত (চিত্রত), সপোনত, প্রতিবিম্বৰূপত আৰু মায়া অর্থাৎ ইন্দ্রজাল আদিৰ দ্বাৰা হয় । (পৰস্পৰ) শ্রৱণ সখী, গীত আৰু মাগধ (চাৰণ) আদিৰ গুণকীর্তনৰ দ্বাৰা হয় ।

[অভিলাষৰ উদাহৰণ — 'অভিজ্ঞানশকুন্তল'ৰ (১।১৯) ; বিস্ময়যুক্ত অভিলাষৰ উদাহৰণ 'স্তনাৱলোক্য' আদি অজ্ঞাত কৱিৰ ৰচনা; আনন্দযুক্ত অভিলাষৰ উদাহৰণ ৰাজশেখৰৰ 'ৱিদ্ধশালভঞ্জিকা'ৰ (১।৩১) আৰু ভয়যুক্ত অভিলাষৰ উদাহৰণ 'কুমাৰসম্ভৱ'ৰ ( ৫।৮৫ আৰু ৮।২ ) ।]

মূল — সানুভাৱৱিভাৱাস্তু চিন্তাদ্যাঃ পূর্ৱদর্শিতাঃ ।

অনুবাদ – চিন্তা আদিৰ (অন্য অৱস্থাৰ) বর্ণনা অনুভাৱ আৰু বিভাৱৰ লগত ('দশৰূপক'ৰ ৪।৮ -৩৩) আগেয়ে দেখুওৱা হ'ল ।

মূল — দশাৱস্থত্মাচার্য্যৈঃ প্রায়োবৃত্ত্যা নিদার্শিতম্ ॥ ৫৫ ॥
মহাকৱিপ্রবন্ধেষু দৃশ্যতে তদনন্ততা ।

অনুবাদ – আচার্যসকলে সাধাৰণতে (অয়োগশৃঙ্গাৰৰ) এই দহোটা অৱস্থাৰ নির্দেশ দিছে । মহাকৱিসকলৰ ৰচনাত অনন্ত (অসংখ্য) অৱস্থা দেখা পোৱা যায় ।

মূল — দৃষ্টে শ্রুতেহভিলাষাচ্চ কিং নৌৎসুক্যং প্রজায়তে ॥ ৫৬ ॥
অপ্রাপ্তৌ কিং ন নির্ৱেদো গ্লানিঃ কিং নাতিচিন্তনাৎ ।

অনুবাদ – (প্রিয়তমক) দেখি অথবা (তেওঁৰ গুণৰ কথা) শুনি যেতিয়া অভিলাষ হয় তাৰ পৰা কি (সমাগমৰ) উৎসুকতা নোপজে ? অপ্রাপ্তিত কি নির্বেদ (বৈৰাগ্য) নাহে ? বেছি চিন্তাৰ কাৰণে কি গ্লানি নোপজে ?
[এনেধৰণৰ গোপন প্রেমৰ বিষয়ে 'কামসূত্র'ৰ পৰা জানি ল'ব লাগে বুলি ধনিকে উল্লেখ কৰিছে ।]

মূল — ৱিপ্রয়োগস্তু ৱিশ্লেষো ৰূঢ়ৱিস্রম্ভয়োঃ দ্বিধা ॥ ৫৭ ॥
মানপ্রৱাসভেদেন মানোহপি প্রণয়ের্ষ্যয়োঃ ।

অনুবাদ – (পৰস্পৰ) অত্যন্ত দৃঢ় অনুৰাগী দুই ব্যক্তিৰ (নায়ক-নায়িকাৰ) বিচ্ছেদেই হ'ল বিপ্রয়োগ । অভিমান আৰু প্রবাস ভেদে ই দুবিধ । অভিমানো আকৌ প্রণয়জনিত আৰু ঈর্ষাজনিত হয় ।

মূল — তত্র প্রণয়মানঃ স্যাৎ কোপাৱসিতয়োর্দ্বয়োঃ ॥ ৫৮ ॥

অনুবাদ – ইয়াৰ ভিতৰত প্রণয়মান (প্রণয়জনিতমান) হ'ল য'ত খঙতে দুয়ো (নায়ক-নায়িকা) পৰস্পৰ আঁতৰি থাকে ।
[প্রেমত বশীভূত হৈ থকাটোৱে হ'ল প্রণয় । ইয়াৰ ভঙ্গ হোৱা মানেই প্রণয়জনিতমান আৰু ই নায়ক-নায়িকা উভয়ৰে ক্ষেত্রতে হয় । নায়কৰ প্রণয়মানৰ উদাহৰণ 'উত্তৰৰামচৰিত'ৰ (৩।৩৭); নায়িকাৰ প্রণয়মানৰ উদাহৰণ হ'ল শ্রীৱাক্পতিৰাজৰ



'প্রণয়কুপিতাং' আদি আৰু উভয়গত প্রণয়মানৰ্ব উদাহৰণ— 'গাথাসপ্তশতী'ৰ (২৭) ।]

মূল — স্ত্রীণামীর্ষ্যাকৃতো মান কোপোহন্যাসঙ্গিনি প্রিয়ে ।
শ্রুতে ৱাহনুমিতে দৃষ্টে শ্রুতিস্তত্র সখীমুখাৎ ॥ ৫৯ ॥
উৎস্বপ্নায়িতভোগাঙ্কগোত্রস্খলনকল্পিতঃ ।
ত্রিধাহহনুমানিকো দৃষ্টঃ সাক্ষাদিন্দ্রিয়গোচৰঃ ॥ ৬০ ॥

অনুবাদ – প্রিয়জনক অন্যাসক্ত বুলি শুনি, অনুমান কৰি বা দেখি নাৰীৰ যি খং উঠে সিয়েই ঈর্ষামান (ঈর্ষাজনিত মান) । ইয়াৰে শুনা পোৱা যায় সখীৰ (ইত্যাদি) মুখৰ পৰা । সপোন (সপোনত কৰা বিৰবিৰনি), সম্ভোগচিহ্ন (অন্যা নায়িকাক সম্ভোগ কৰাৰ পাছত নায়কৰ গাত থকা চিহ্ন) আৰু কথা-বাতৰাত ভুল (নায়কে অজ্ঞাতে গুপ্ত প্রেমিকাৰ নামোচ্চাৰণ আদি) —এই তিনিবিধ হ'ল অনুমান । দৃষ্টি হ'ল সাক্ষাৎ ইন্দ্রিয়ৰ দ্বাৰা সম্পন্ন (চাক্ষুস-প্রত্যক্ষ) ।
[সখীৰ মুখৰ পৰা শুনাৰ উদাহৰণ —'সুভ্রূস্ত্বং' আদি ধনিকৰ নিজৰ ৰচনা; স্বপ্নৰ দ্বাৰা অনুমানিত ঈর্ষাৰ উদাহৰণ 'নির্মগ্নেন' আদি ৰুদ্র কবিৰ ৰচনা; সম্ভোগচিহ্ন অনুমানিত ঈর্ষাৰ উদাহৰণ হ'ল 'শিশুপালবধ'ৰ (১১।৩৪), কথা-বাতৰাত ভুলৰ উদাহৰণ হ'ল – 'গাথাসপ্তশতী'ৰ (৯৬৭); সাক্ষাৎ দর্শনৰ উদাহৰণ হ'ল 'প্রণয়কুপিতাং' আদি বাক্পতিৰাজৰ ৰচনা ।]

মূল — যথোত্তৰং গুৰুঃ ষড়্ভিৰুপায়েস্তমুপাচৰেৎ ।
সাম্না ভেদেন দানেন নত্যুপেক্ষাৰসান্তৰৈঃ ॥ ৬১ ॥

অনুবাদ – (এইবিলাক) উত্তৰোত্তৰ (অধিক) গুৰু (অর্থাৎ বৰ কষ্টেৰে নিবাৰণ কৰিব পাৰি) । সাম, ভেদ, দান, প্রণতি, উপেক্ষা আৰু ৰসান্তৰ — এই ছটা উপায়েৰে ইয়াক দূৰ কৰা উচিত ।
[ওপৰত উল্লেখ কৰা শ্রৱণ, অনুমান আৰু দর্শন পূর্ৱটোতকৈ পিছৰটো নিবাৰণ কৰা বেছি কষ্ট সাধ্য । 'ৰসান্তৰ' শব্দই অন্য ৰসৰ প্রসঙ্গ উল্লেখ কৰি অভিমান নিবাৰণ কৰাটো বুজাইছে ।]

মূল — তত্র প্রিয়ৱচঃ সাম ভেদস্তৎসখ্যুপার্জনম্ ।
দানং ৱ্যাজেন ভূষাদেঃ পাদয়োঃ পতনং নতিঃ ॥ ৬২ ॥
সামাদৌ তু পৰিক্ষীণে স্যাদুপেক্ষাৱধীৰণম্ ।

ৰভসত্ৰাসহৰ্যাদেঃ কোপভ্ৰংশো ৰসান্তৰম্ ॥ ৬৩ ॥
কোপচেষ্টাশ্চ নাৰীণাং প্ৰাগেৰ প্ৰতিপাদিতাঃ ।

অনুবাদ – ইয়াৰ ভিতৰত (এই উপায়বিলাকৰ) মধুৰ বচনেই হ'ল সাম । তেওঁৰ (নায়িকাৰ) সখীবিলাকক (নায়কে) নিজৰ ফালে অনাটোকে ভেদ বোলে । ছলেৰে আভূষণ আদি দান দিয়াকে দান বোলে । ভৰিত পৰাকে (ক্ষমা খুজিবলৈ) নতি বা প্ৰণতি বোলা হয় । সাম আদি বিফল হ'লে (নায়িকাৰ প্ৰতি) উদাসীনতা দেখুৱাকে উপেক্ষা বুলি কোৱা হয় । হঠাতে হোৱা ভয় তথা আনন্দৰ দ্বাৰা (নায়িকাৰ) খং উপশম কৰাকে ৰসান্তৰ বোলা হয় । ক্ৰোধিতা নাৰীৰ ক্ৰোধচেষ্টা (কাৰ্য) আগেয়ে ('দশৰূপক'ৰ ২।১৬,১৭ আৰু ১৯) বৰ্ণনা কৰা হৈছে ।

মূল – কাৰ্যতঃ সম্ভ্ৰমাচ্ছাপাৎ প্ৰৱাসো ভিন্নদেশতা ॥ ৬৪ ॥
দ্বয়োস্তত্ৰাশ্ৰুনিঃশ্বাসকাৰ্শ্যলম্বালকাদিতা ।

অনুবাদ – কোনো কামৰ বাবে, সম্ভ্ৰম অৰ্থাৎ গণ্ডগোলৰ (ৰাজদ্ৰোহ আদি) বাবে অথবা অভিশাপৰ বাবে (নায়ক-নায়িকা) বেলেগ বেলেগ ঠাইত থকাকে প্ৰবাসবিপ্ৰয়োগ (প্ৰবাসজনিত বিপ্ৰয়োগ) বোলে । ইয়াত দুয়োৰে (পৰস্পৰৰ প্ৰতি) চকুলো টোকা, গভীৰ নিশ্বাস পেলোৱা, খীনাই যোৱা, চুলি দীঘল হৈ যোৱা (যত্নৰ অভাৱত) আদি হয় ।

মূল – স চ ভাৱী ভৱন্ ভূতস্ত্ৰিধাদ্যো বুদ্ধিপূৰ্বকঃ ॥ ৬৫ ॥

অনুবাদ – ইয়াৰে প্ৰথমবিধ (কাৰ্যজনিত প্ৰবাস) বুদ্ধিপূৰ্বক অৰ্থাৎ কাৰণ ইতিমধ্যে জ্ঞাত (অথবা ইচ্ছাপূৰ্বক) আৰু ই ভৱিষ্যৎ, বৰ্তমান আৰু অতীত এই তিনি ভাগত বিভক্ত ।

[ভৱিষ্যতে হ'ব লগীয়া প্ৰবাস, বৰ্তমানে প্ৰবাসলৈ যাবলৈ ওলোৱা আৰু অতীততে গ'ল কিন্তু এতিয়ালৈ ঘুৰি অহা নাই – এনে ধৰণে এই তিনিটাৰ বিভাজন কৰা হৈছে । ভৱিষ্যৎ প্ৰবাসৰ উদাহৰণ 'গাথাসপ্তশতী'ৰ (৪৭); বৰ্তমান প্ৰৱাসৰ উদাহৰণ-'অমৰুশতক'ৰ (১৩ আৰু ৯২) আৰু অতীত কালৰ উদাহৰণ হ'ল 'মেঘদূত'ৰ (উত্তৰমেঘ ২৩) ।]

মূল – দ্বিতীয় সহসোৎপন্নো দিব্যমানুষবিপ্লৱাৎ ।



অনুবাদ – দ্বিতীয়বিধ (সম্ভ্ৰমপ্ৰবাস) দৈৱী উপদ্ৰৱ (দেৱতা আদি) অথবা মানুহৰ বিপ্লৱ আদিৰ বাবে হঠাতে উৎপন্ন হয় ।

[দেৱতা, বজ্ৰপাত, ভূকম্প আদি দৈৱী উপদ্ৰৱ অথবা মানুহৰ দ্বাৰা সম্পন্ন হোৱা ৰাজবিপ্লৱ আদি বুদ্ধিপূৰ্বক নহয় অৰ্থাৎ আগতে জনা নাযায় । গতিকে ইয়াক সম্ভ্ৰম বোলা হৈছে ।]

['ৱিক্ৰমোৱশীয়' আৰু 'মালতীমাধৱ'ত তেনে দৈৱীসম্ভ্ৰমজনিত প্ৰৱাসৰ কথা আছে ।]

মূল — স্বৰূপান্যত্বকৰণাচ্ছাপজঃ সন্নিধাৱপি ॥ ৬৬ ॥

অনুবাদ – স্বৰূপ (আকৃতি, স্বভাৱ আদি) সলনি হোৱা বাবে ওচৰতে থাকিও (নায়ক-নায়িকাৰ) প্ৰৱাসৰ ভাৱ হোৱাকে শাপজ বোলা হয় (শাপজনিত প্ৰৱাসবিপ্ৰয়োগ) ।

['কাদম্বৰী'ত তেনে শাপজনিত প্ৰৱাসবিপ্ৰয়োগৰ কথা আছে ।]

মূল — মৃতে ত্বেকত্ৰ যত্ৰান্যঃ প্ৰলপেচ্ছোক এৱ সঃ ।
ব্যাশ্ৰয়ত্বান্ন শৃঙ্গাৰঃ প্ৰত্যাপন্নে তু নেতৰঃ ॥ ৬৭ ॥

অনুবাদ – (নায়ক-নায়িকাৰ) কোনো এজনৰ মৃত্যুত যেতিয়া অন্যজনে বিলাপ কৰে সি শোক হ'ব (অৰ্থাৎ শোকৰূপ কৰুণৰস হ'ব ।), আলম্বনৰ অভাৱৰ বাবে শৃঙ্গাৰ নহ'ব (প্ৰবাসবিপ্ৰয়োগ শৃঙ্গাৰ) । পুনৰুজ্জীৱিত হ'লে এইটো (কৰুণ) নহ'ব (অৰ্থাৎ শৃঙ্গাৰৰসহে হ'ব ।)

['ৰঘুৱংশ'ৰ অষ্টম সৰ্গত ইন্দুমতীৰ মৃত্যুত অজৰ বিলাপ কৰুণৰসৰ, বিপ্ৰয়োগশৃঙ্গাৰৰ নহয় । কিন্তু 'কাদম্বৰী'ত প্ৰথমে কৰুণ, আকাশবাণী শুনাৰ পাছত পুণ্ডৰীক আৰু মহাশ্বেতাৰ বিয়োগ প্ৰবাসবিপ্ৰয়োগৰূপ শৃঙ্গাৰৰসৰ হৈছে ।]

মূল — প্ৰণয়ায়োগয়োৰুৎকা প্ৰৱাসে প্ৰোষিতপ্ৰিয়া ।
কলহান্তৰিতেৰ্য্যায়াং ৱিপ্ৰলব্ধা চ খণ্ডিতা ॥ ৬৮ ॥

অনুবাদ – প্ৰণয়মানবিপ্ৰয়োগ আৰু অয়োগশৃঙ্গাৰত বিৰহোৎকণ্ঠিতা, প্ৰৱাসত প্ৰোষিতপ্ৰিয়া আৰু ঈৰ্ষামানৱিপ্ৰয়োগত কলহান্তৰিতা, বিপ্ৰলব্ধা আৰু খণ্ডিতা নায়িকা থাকে ।

মূল — অনুকূলৌ নিষেৱেতে য়ত্ৰান্যোন্যং ৱিলাসিনৌ ।
দৰ্শনস্পৰ্শনাদীনি স সংভোগো মুদান্বিতঃ ॥ ৬৯ ॥

**অনুবাদ** — য'ত ৱিলাসীদ্বয় (নায়ক আৰু নায়িকাই) পৰস্পৰ অনুকূল হৈ দৰ্শন, স্পৰ্শ আদিৰে উপভোগ কৰে তাকে আনন্দ আৰু উল্লাসযুক্ত সম্ভোগশৃঙ্গাৰ বোলে ।

[উদাহৰণ — 'উত্তৰৰামচৰিত'ৰ (১।২৭ আৰু ১।৩৫) আৰু 'লাৱণ্যমৃতবৰ্ষিনী' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — চেষ্টাস্তত্ৰ প্ৰৱৰ্তন্তে লীলাদ্যা দশ য়োষিতাম্ ।
দাক্ষিণ্যমাৰ্দৱপ্ৰেম্নামনুৰূপাঃ প্ৰিয়ং প্ৰতি ॥ ৭০ ॥

**অনুবাদ** — ইয়াত (সম্ভাগশৃঙ্গাৰত) প্ৰিয়জনৰ প্ৰতি স্ত্ৰীৰ লীলা আদি দহবিধ চেষ্টা (স্বাভাৱাকি শাৰীৰিক ভাৱ ) আছে, যি দাক্ষিণ্য মৃদুতা তথা প্ৰেমৰ অনুৰূপ হয় । [দ্ৰষ্টব্য 'দশৰূপক'ৰ (২।৩২,৩৩ (ক) আৰু ২।৩৭-৪১ (ক) ।]

মূল — ৰময়েৎচাটুকৃৎকান্তঃ কলাক্ৰীড়াদিভিশ্চ তাম্ ।
ন গ্ৰাম্যমাচৰেৎ কিঞ্চিন্নৰ্মভ্ৰংশকৰং ন চ ॥ ৭১ ॥

**অনুবাদ** — প্ৰিয়জনে (তেওঁক) নায়িকাক চাটুবচনেৰে (মিঠা মিঠা কথাৰে) আৰু কলা তথা কামক্ৰীড়াদিৰে আনন্দিত কৰিব লাগে । কোনো ধৰণৰ গ্ৰাম্যতা (নিন্দিত কৰ্ম) দেখুৱাব নালাগে আৰু নৰ্ম অৰ্থাৎ আনন্দ নাশ হ'ব পৰা কোনো কামো কৰিব নালাগে ।

[ৰঙ্গমঞ্চত গ্ৰাম্য সম্ভোগ দেখুৱাতো নিষিদ্ধ । পুনৰ নিষেধ কৰাৰ তাৎপৰ্য হৈছে কাব্যাতো ইয়াৰ বৰ্ণনা থাকিব নালাগে । ধনিকে শৃঙ্গাৰৰসৰ নাগৰিক আচৰণৰ উদাহৰণ আনিছে 'ৰত্নাৱলী'ৰ (১।২১) পৰা ।
এনে প্ৰকাৰে নায়ক-নায়িকা, কৈশিকী বৃত্তি,নাটক-নাটিকা আদিৰ বিষয়ে বৰ্ণিত লক্ষণ অনুসাৰে আৰু কৱিপৰম্পৰা পালন তথা ঔচিত্যৰ অনুৰূপত সুকৱিয়ে শৃঙ্গাৰৰস উপনিবন্ধন কৰা উচিত ।]

মূল — ৱীৰ প্ৰতাপৱিনয়াধ্যৱসায়সত্ত্ব —
মোহাৱিষাদনয়ৱিস্ময়ৱিক্ৰমাদ্যৈঃ ।
উৎসাভূঃ স চ দয়াৰণদানয়োগাৎ
ত্ৰেধা কিলাত্ৰ মতিগৰ্ৱধৃতিপ্ৰহৰ্ষাঃ ॥ ৭২ ॥



**অনুবাদ** — প্ৰতাপ, বিনয়, অধ্যৱসায়, সত্ত্ব (বল), মোহ, অবিষাদ, নয় (নীতি), বিস্ময় আৰু পৰাক্ৰম আদিৰ (বিভাৱৰ) দ্বাৰা (বিভাৱিত হৈ) উৎসাহৰ (সেই নামৰ স্থায়ীভাৱৰ) পৰা বীৰৰস হয় । ই দয়া, যুদ্ধ আৰু দানৰ (সেই ৰূপ অনুভাৱৰ) পৰা তিনি প্ৰকাৰৰ (দয়াবীৰ, যুদ্ধবীৰ আৰু দানবীৰ) হয় । ইয়াত মতি, গৰ্ব ধৈৰ্য আৰু আনন্দ (সঞ্চাৰীভাৱ) আদি থাকে ।

[প্ৰতাপ, বিনয় আদি বিভাৱৰ দ্বাৰা বিভাৱিত, কৰুণা, যুদ্ধ আৰু দান আদি অনুভাৱৰ দ্বাৰা অনুভাৱিত, গৰ্ৱ, ধৈৰ্য, হৰ্ষ, অমৰ্ষ, স্মৃতি, মতি বিতৰ্ক আদি ব্যভিচাৰীভাৱৰ দ্বাৰা ভাৱিত উৎসাহৰূপ স্থায়ীভাৱে ৰসিকৰ মনত বিস্তাৰৰূপ আনন্দ দিয়াত সমৰ্থ হ'লে বীৰৰস নাম পায় । দয়া, যুদ্ধ আৰু দান — এই তিনি প্ৰকাৰৰ অনুভাৱৰ পৰা দয়াবীৰ, যুদ্ধবীৰ আৰু দানবীৰ এই তিনি প্ৰকাৰ বীৰ পোৱা যায় ।
'নাগানন্দ'ৰ জীমূতৱাহন দয়াবীৰ, 'মহাৱীৰচৰিত'ৰ ৰাম যুদ্ধবীৰ আৰু ৰামায়ণকেন্দ্ৰিক নাটকৰ পৰশুৰাম আৰু বলি হ'ল দানবীৰ । দানবীৰ পৰশুৰাম 'মহাবীৰচৰিত'ৰ (২।৩৫) আৰু দানবীৰ বলিৰ উদাহৰণ হ'ল 'খৰ্ৱগন্তি' আদি অজ্ঞাতকৱিৰ আৰু 'লক্ষ্মী পয়োধৰো' আদি ধনিকৰ নিজৰ ৰচনা ।]

মূল — বীভৎসঃ কৃমিপূতিগন্ধিৱমথুপ্ৰায়ৈৰ্জুগুপ্সৈবাভূ —
ৰুদ্বেগী ৰুধিৰান্ত্ৰকীকসৱসামাংসাদিভিঃ ক্ষোভণ ঃ ।
ৱৈৰাগ্যাজ্জঘনস্তনাদিষু ঘৃণাশুদ্ধোহনুভাৱৈৰ্ৱৃতো
নাসাৱক্ত্ৰৱিকূণনাদিভিৰিহাৱেগাৰ্তিশঙ্কাদয়ঃ ॥ ৭৩ ॥

**অনুবাদ** — জুগুপ্সাৰ (স্থায়ীভাৱৰ এবিধ) পৰা উৎপন্ন হোৱা ৰস বীভৎসৰস । (ই তিনিবিধ) । কৃমি, পুতিগন্ধ বস্তু, বমি আদিৰ পৰা (বিভাৱ) হোৱা বিধ হ'ল 'উদ্বেগী-বীভৎস । তেজ, অন্ত্ৰ, হাড়, মজ্জা আৰু মাংস আদিৰ পৰা হোৱা বিধক ক্ষোভণ-বীভৎস বোলে । (নাৰীৰ) জঘন, স্তন আদিৰ প্ৰতি বৈৰাগ্যৰ পৰা ওপজা ঘৃণাৰ পৰা হোৱা বিধ হ'ল শুদ্ধ-বীভৎস । ইয়াত নাক, মুখ কুচোঁৱা আদি (অনুভাৱ) আৰু আৱেগ, ব্যাধি শঙ্কা আদি (ব্যভিচাৰীভাৱ) হয় ।

[বীভৎসৰস জুগুপ্সা নামক স্থায়ীভাৱৰ পৰা ওপজে । বেলেগ বেলেগ বিভাৱৰ পৰা উৎপন্ন হোৱা বীভৎসৰস তিনি প্ৰকাৰৰ । কৃমি-কীট আদি দুৰ্গন্ধযুক্ত বস্তু আৰু বমি ইত্যাদি বিভাৱৰ পৰা হ'লে উদ্বেগী-বীভৎস হয় । ইয়াত মনৰ মলিনতা, ঘৃণা আদি থাকে । তেজ, অন্ত্ৰ, মজ্জা, মাংস আদিৰ পৰা ক্ষোভণ-বীভৎস ওপজে । ইয়াত ভয়মিশ্ৰিত গ্লানি হয় । নাৰীৰ জঘন, স্তন আদি অঙ্গৰ প্ৰতি

বৈৰাগ্যৰ পৰা হোৱা ঘৃণাৰ পৰা শুদ্ধ-বীভৎসৰসৰ উৎপত্তি হয় । এই ধৰণৰ ঘৃণামিশ্রিত বৈৰাগ্য মনৰ শান্তিৰ কাৰক নহয় বাবে ই শান্তৰস হ'ব নোৱাৰে, বীভৎসৰসৰহে কাৰক হয় ।

উদ্বেগী- বীভৎসৰ উদাহৰণ 'মালতীমাধৱ'ৰ (৫।১৬); ক্ষোভণ বীভৎসৰ 'মহাবীৰচৰিত'ৰ (১।৩৫) আৰু শুদ্ধ-বীভৎসৰ উদাহৰণ 'লালং ৱক্ত' আদি অজ্ঞাত কৰিৰ ৰচনা ।]

মূল – ক্রোধো মৎসৰবৈৰিৱৈকৃতময়ৈঃ পোষোহস্য ৰৌদ্রোহনুজঃ
ক্ষোভঃ স্বাধৰদংশকম্পভ্ৰূকুটিস্বেদাস্যৰাগৈৰ্যুতঃ ।
শস্ত্রোল্লাসৱিকত্থনাংসধৰণীঘাতপ্রতিজ্ঞাগ্রহে –
ৰত্ৰামৰ্ষমদৌ স্মৃতিশ্চপলতাসূৰ্য়োগ্ৰ্যৱেগাদয়ঃ ॥ ৭৪ ॥

অনুবাদ – মাৎসৰ্য (ঈৰ্ষা) আৰু শত্ৰুকৃত অপকাৰ আদিৰ (বিভাৱ) পৰা হোৱা ক্রোধৰ (স্থায়ীভাৱ) পৰিপুষ্টতাক ৰৌদ্ৰৰস বোলা হয় । ইয়াৰ লগৰীয়া হ'ল ক্ষোভ – যি নিজৰ ওঁঠ কামোৰা, কঁপা, ভ্ৰূকুটি কৰা, ঘাম ওলোৱা, মুখৰ বৰণ সলনি হোৱা, অস্ত্র-শস্ত্র লোৱা, আত্মশ্লাঘা কৰা, (হাতেৰে) কান্ধত চপৰিওৱা, (ভৰিৰে) পৃথিৱীত আঘাত কৰা, প্রতিজ্ঞা কৰা আদিৰ লগত যুক্ত । ইয়াত অমৰ্ষ, মদ, স্মৃতি, চপলতা, অসূয়া, উগ্রতা তথা আৱেগ আদি থাকে ।

[মাৎসৰ্য আদি বিভাৱৰ দ্বাৰা ঘাম ওলোৱা, মুখ-চকু ৰঙা পৰা আদি অনুভাৱ তথা অমৰ্ষ আদি ব্যভিচাৰীভাৱৰ দ্বাৰা উৎপন্ন হোৱা ক্রোধৰ পৰিপুষ্টতাই ৰৌদ্ৰৰস । মাৎসৰ্যৰ পৰা হোৱা ৰৌদ্ৰৰসৰ উদাহৰণ 'মহাবীৰচৰিত'ৰ (৩।৪৪) আৰু শত্ৰুকৃতৰ উদাহৰণ 'ৱেণীসংহাৰ'ৰ (১।৮) ।]

মূল – ৱিকৃতাকৃতিৱাগ্বেষৈৰাত্মনোহথ পৰস্য ৱা ।
হাসঃ স্যাৎ পৰিপোষোহস্য হাস্যস্ত্রিপ্রকৃতিঃ স্মৃতঃ ॥ ৭৫ ॥

অনুবাদ – নিজৰ অথবা আনৰ বিকৃত আকাৰ, বচন তথা বেষ (সাজ-পোছাক), আদি দেখি যি হাঁহিৰ ওপজে, সিয়েই (হাসৰূপ স্থায়ীভাৱেই) পৰিপুষ্ঠ হ'লে হাস্যৰস হয় । ই তিনি প্রকৃতিৰ (অৰ্থাৎ ইয়াৰ আশ্রয় তিনি প্রকাৰৰ ।)

[নিজৰ অথবা আনৰ বিকৃত বেষভূষা, বচন আদি বিভাৱক অৱলম্বন কৰা ভাব হ'ল হাস আৰু ই পৰিপুষ্টি লভিলেই হাস্যৰস নাম পায় । হাস্যৰস আত্মস্থ আৰু পৰস্থ – এই দুবিধ আশ্রয় ভেদে প্রথমে দুবিধ । উভয়েই আকৌ উত্তম, মধ্যম আৰু অধম– এই তিনি প্রকৃতি ভেদে ইয়াৰ ভাগ হ'ল ছবিধ । আত্মস্থহাস্যৰ উদাহৰণ 'উদাত্তৰাঘৱ'ৰ 'জাতং মে' আদি ৰাৱণৰ উক্তি আৰু পৰস্থহাস্যৰ উদাহৰণ 'ভিক্ষো মাংস' আদি অজ্ঞাতকৱিৰ ৰচনা ।]



মূল – স্মিতমিহ ৱিকাসিনয়নং কিঞ্চিল্লক্ষ্যদ্বিজং তু হসিতং স্যাৎ ।
মধুৰস্বৰং ৱিহসিতং সশিৰঃকম্পমিদমুপহসিতম্ ॥ ৭৬ ॥
অপহসিতং সাস্রাক্ষং ৱিক্ষিপ্তাঙ্গং ভৱত্যতিহসিতম্ ।
দ্বে দ্বে হসিতে চৈষাং জ্যেষ্ঠে মধ্যেহধমে ক্রমশঃ ॥ ৭৭ ॥

অনুবাদ – এই (হাস্যৰসৰ) ক্ষেত্ৰত চকু বিকসি উঠাকে (সম্পূর্ণ মেল খোৱা) স্মিত আৰু কিঞ্চিৎ পৰিমাণে দাঁত দেখা পালে হসিত বোলে । মধুৰ স্বৰযুক্ত হাঁহিক বিহসিত আৰু মূৰ কঁপাই হাঁহিলে উপহসিত বুলি কয় । যি হাঁহিত চকুলো ওলাই তাক অপহসিত আৰু গোটেই শৰীৰ লৰচৰ কৰি মৰা হাঁহিক অতিহসিত বোলা হয় । এই দুবিধ দুবিধ হাঁহি ক্রমে উত্তম, মধ্যম আৰু অধমজনৰ ক্ষেত্ৰত হয় ।

[নিজৰ বা আনৰ বিকৃত বেশভূষা আদি দেখা পাই উত্তমজনৰ স্মিত আৰু হসিতহাস্য হয় । মধ্যমজনৰ ক্ষেত্ৰত বিহসিত আৰু উপহসিত আৰু অধমজনৰ ক্ষেত্ৰত অপহসিত আৰু অতিহসিত হাস্যৰসৰ সৃষ্টি হয় ।]

মূল – নিদ্ৰালস্যশ্ৰমগ্লানিমূৰ্চ্ছাশ্চ সহচাৰিণঃ ।

অনুবাদ – নিদ্রা, আলস্য, শ্রম (ভাগৰ), গ্লানি আৰু মূৰ্চা এইবিলাক ইয়াৰ (হাস্যৰসৰ) সহচাৰীভাৱ (ব্যভিচাৰীভাৱ) ।

মূল – অতিলোকৈঃ পদাৰ্থৈঃ স্যাদ্বিস্ময়াত্মা ৰসোহদ্ভুতঃ ॥ ৭৮ ॥
কাৰ্য্যসৎ সাধুৱাদাশ্ৰুৱেপথু স্বেদগদ্গদাঃ ।
হৰ্ষাৱেগধৃতিপ্রায়া ভৱন্তি ৱ্যভিচাৰিণঃ ॥ ৭৯ ॥

অনুবাদ – অলৌকিক পদাৰ্থৰে (দৰ্শন বা শ্রৱণেৰে) বিস্ময় স্থায়ীভাৱত সৃষ্টি কৰা ৰসেই অদ্ভুতৰস । সাধুবাদ (ধন্যবাদ), অশ্রু, কম্পন, ঘৰ্ম (ঘাম ওলোৱা), গদ্গদ স্বৰ আদি ইয়াৰ কাৰ্য অৰ্থাৎ অনুভাৱ । হৰ্ষ, আৱেগ, ধৈৰ্য আদি সাধাৰণতে ইয়াৰ ব্যভিচাৰীভাৱ ।

[লোকসীমা অতিক্রম কৰা পদাৰ্থৰ বৰ্ণনা আদিৰ দ্বাৰা বিভাৱিত, সাধুবাদ আদি অনুভাৱৰ দ্বাৰা অনুভাৱিত তথা হৰ্ষ, আৱেগ আদি ব্যভিচাৰীভাৱৰ দ্বাৰা ভাৱিত বিস্ময় নামক স্থায়ীভাৱেই অদ্ভুতৰস হয় ।

(উদাহৰণ –'মহাৱীৰচৰিত'ৰ (১।৫৪)।]

মূল – ৱিকৃতস্বৰসত্ত্বাদের্ভয়ভাৱো ভয়ানকঃ।
সৰ্বাঙ্গৱেপথুস্বেদশোষৱৈৰ্ণ্যলক্ষণঃ॥
দৈন্যসম্ভ্ৰমসম্মোহত্ৰাসাদিস্তৎসহোদৰঃ॥ ৮০॥

অনুবাদ – ভয়ঙ্কৰ (বিকৃত) শব্দ বা প্ৰাণী আদিৰ পৰা ওপজা ভয়ৰ (ভয় নামৰ স্থায়ীভাৱৰ) পৰিপুষ্টিয়েই ভয়ানকৰস। শৰীৰৰ সৰ্বাঙ্গ কঁপনি, ঘাম ওলোৱা, মুখ শুকাই যোৱা তথা বৰণ সলনি হোৱা আদি ইয়াৰ লক্ষণ (অনুভাৱ)। দৈন্য, সম্ভ্ৰম, মোহ, ত্ৰাস আদি ইয়াৰ সহোদৰ অৰ্থাৎ সঞ্চাৰীভাৱ।

[ভিয়াৱহ শব্দ শুনি বা ভয়ঙ্কৰ প্ৰাণী দেখি উৎপন্ন হোৱা ভয় নামক স্থায়ীভাৱৰ পৰায়ে ভয়ানকৰসৰ উৎপত্তি হয়। শৰীৰৰ সৰ্বাঙ্গ কঁপনি ইত্যাদি ইয়াৰ অনুভাৱ আৰু দৈন্য আদি ইয়াৰ ব্যভিচাৰীভাৱ। উদাহৰণ – 'শস্ত্ৰমেত্য' আদি অজ্ঞাত কবিৰ ৰচনা, 'ৰত্নাৱলী'ৰ (২।৩) আৰু 'স্বগেহাৎ' আদি অজ্ঞাত কবিৰ ৰচনা।]

মূল – ইষ্টনাশাদনিষ্টাপ্তৌ শোকাত্মা কৰুণোহনু তম্।
নিঃশ্বাসোচ্ছ্বাসৰুদিতস্তম্ভপ্ৰলপিতাদয়ঃ॥ ৮১॥
স্বাপাপস্মাৰদৈন্যাধিমৰণালস্যসম্ভ্ৰমাঃ।
ৱিষাদজড়তোন্মাদচিন্তাদ্যা ৱ্যভিচাৰিণঃ॥ ৮২॥

অনুবাদ – ইষ্টবস্তুৰ (কাম্যবস্তুৰ) নাশ তথা অনিষ্টবস্তুৰ প্ৰাপ্তিৰ পৰা হোৱা শোকৰ (শোক নামৰ স্থায়ীভাৱৰ) পৰিপুষ্টিয়েই কৰুণৰস। ইয়াৰ পাছত নিঃস্বাস, উচ্ছ্বাস, ৰোদন, স্তম্ভ, প্ৰলাপ আদি ইয়াৰ অনুভাৱ পোৱা যায়। নিদ্ৰা, অপস্মাৰ (মূৰ্চা), দৈন্য, ব্যাধি, মৰণ, আলস্য, সম্ভ্ৰম, বিষাদ, জড়তা, উন্মাদ আৰু চিন্তা আদি ইয়াৰ ব্যভিচাৰীভাৱ।

[ইষ্টজনৰ বিনাশ তথা অনিষ্টবস্তুৰ লাভ আদি কাৰণৰ পৰা ওপজা শোকৰ পৰিপুষ্ট (প্ৰকৰ্ষ) ৰূপেই কৰুণৰস। নিঃশ্বাস আদি ইয়াৰ অনুভাৱ আৰু নিদ্ৰা আদি ইয়াৰ ব্যভিচাৰীভাৱ। ইষ্টনাশৰ উদাহৰণ 'কুমাৰসম্ভৱ'ৰ (৪।৩) আৰু অনিষ্টপ্ৰাপ্তিৰ উদাহৰণ হ'ল 'ৰত্নাৱলী' নাটিকাত বাসৱদত্তাৰ দ্বাৰা সাগৰিকাক বন্দী কৰাটো।]

মূল – প্ৰীতিভক্ত্যাদয়ো ভাৱা মৃগয়াক্ষাদয়ো ৰসাঃ।
হৰ্ষোৎসাহাদিষু স্পষ্টমন্তৰ্ভাৱান্ন কীৰ্তিতাঃ॥ ৮৩॥



অনুবাদ – প্ৰীতি, ভক্তি আদি ভাৱ তথা মৃগয়া আৰু দ্যূতক্ৰীড়া আদি ৰস হৰ্ষ, উৎসাহ আদিত স্পষ্টৰূপত নিহিত হৈ থকা কাৰণে বেলেগে উল্লেখ কৰা নহ'ল। [কিছুমান আলঙ্কাৰিকে প্ৰীতি, ভক্তি আদিক স্থায়ীভাৱ আৰু মৃগয়া, দ্যূতক্ৰীড়া আদিক ৰস বুলি মানি বহু প্ৰকাৰৰ ৰস আছে বুলি কয়। কিন্তু ধনঞ্জয়ৰ মতে এইবিলাক ভাৱ বা ৰস মূলৰ লগত অন্তৰ্নিহিত থকাত ইমান বিধৰ ৰসৰ পৰিগণনা নকৰিলেও চলে।]

মূল – ষটত্ৰিংশদ্ভূষণাদীনি সামাদীন্যেকৱিংশতিঃ।
লক্ষ্যসন্ধ্যন্তৰাখ্যানি সালঙ্কাৰেষু তেষু চ॥ ৮৪॥

অনুবাদ – (নাট্য অথবা কাব্যৰ) ভূষণ আদি ছয়ত্ৰিশ বিধ লক্ষণ, সাম আদি একৈশ প্ৰকাৰৰ সন্ধ্যন্তৰ (ক্ৰমে) অলংকাৰ আৰু সেইবিলাকত (হৰ্ষ, উৎসাহ আদি ভাৱত) অন্তৰ্নিহিত।

আচাৰ্য ভৰতৰ মতে (নাট্যশাস্ত্ৰ- ১৬।১-৪) কাব্যত ৰস, অলঙ্কাৰ আদিৰ লগতে অতিৰিক্ত ছয়ত্ৰিশ বিধ লক্ষণৰ সমন্বয় সাধন কৰা উচিত। এইবিলাক হৈছে— ১। ভূষণ, ২। অক্ষৰসংহতি, ৩। শোভা, ৪। অভিমান, ৫। গুণকীৰ্তন, ৬। প্ৰোৎসাহন, ৭। উদাহৰণ, ৮। নিৰুক্ত, ৯। গুণানুবাদ, ১০। অতিশয়, ১১। হেতু, ১২। সাৰূপ্য ১৩। মিথ্যাধ্যৱসায়, ১৪। সিদ্ধি, ১৫। পদোচ্চয়, ১৬। আক্ৰন্দ, ১৭। মনোৰথ, ১৮। আখ্যান, ১৯। যাচ্ঞা, ২০। প্ৰতিষেধ, ২১। পৃচ্ছা, ২২। দৃষ্টান্ত, ২৩। নিৰ্ভাসন, ২৪। সংশয়, ২৫। আশীস্, ২৬। প্ৰিয়োক্তি, ২৭। কপট, ২৮। ক্ষমা, ২৯। প্ৰাপ্তি, ৩০। পশ্চাত্তাপ, ৩১। অৰ্থানুবৃত্তি, ৩২। উপপত্তি, ৩৩। যুক্তি, ৩৪। কাৰ্য, ৩৫। অনুনীতি আৰু ৩৬। পৰিদেৱন। ধনঞ্জয়ৰ মতে এইবিলাক উপমাদি অলঙ্কাৰৰ সতে অন্তৰ্ভুক্ত।

তেনেকৈ নাট্যশাস্ত্ৰৰ মতে (১৯।১০৭-১০৯)নাট্যত সন্ধিৰ উপৰি সাম আদি একৈশ প্ৰকাৰৰ সন্ধ্যন্তৰৰ প্ৰয়োগ কৰা উচিত। এইবিলাক হৈছে –১। সাম, ২। ভেদ, ৩। দণ্ড, ৪। দান, ৫। বধ, ৬। প্ৰত্যুৎপন্নমতিত্ব, ৭। গোত্ৰস্খলিত, ৮। সাহস, ৯। ভয়, ১০। লজ্জা, ১১। মায়া, ১২। ক্ৰোধ, ১৩। ওজঃ, ১৪। সংবৰণ, ১৫। ভ্ৰান্তি, ১৬। হেত্ৱৱধাৰণ, ১৭। দূত, ১৮। লেখ, ১৯। স্বপ্ন ২০। চিত্ৰ আৰু ২১। মদ। এইবিলাক হৰ্ষ, উৎসাহ আদি ভাৱৰ লগত নিহত। গতিকে দশৰূপককাৰে দুয়ো বিধকে বেলেগে বেলেগে বিস্তৃত বিৱৰণ নিদিলে।]

[এইখিনিতে বিষ্ণুপুত্ৰ ধনিকে তেওঁৰ 'দশৰূপাৱলোক'ৰ ৰস-বিচাৰ নামৰ চতুৰ্থ প্ৰকাশৰ সামৰণি মাৰিছে।]

গ্ৰন্থৰ উপসংহাৰ —

মূল — ৰম্যং জুগুপ্সিতমুদাৰমথাপি নীচ —
মুগ্ৰং প্ৰসাদি গহনং ৰিকৃতং চ ৱস্তু ।
যদ্বাপ্যৱস্তু কৱিভাৱকভাৱ্যমানং
তন্নাস্তি যন্ন ৰসভাৱমুপৈতি লোক ॥ ৮৫ ॥

অনুবাদ — ৰমণীয় অথবা ঘৃণনীয়, উদাৰ অথবা নীচজনক, উগ্ৰ (ভয়াৱহ) অথবা প্ৰসাদগুণযুক্ত (আহ্লাদকাৰী), দুৰ্বোধ্য (গহন) অথবা বিকৃত (বিকাৰ যুক্ত), বস্তু (পদাৰ্থ) অথবা অৱস্তু (অপদাৰ্থ) যিয়েই নহওক লাগে, জগতত এনে বস্তু নাই যি কৱি তথা ভাৱকজনৰ (ৰসিকজনৰ) ভাৱনাৰ বিষয়ীভূত হৈ ৰস তথা ভাৱৰ উৎপন্ন নকৰে ।

মূল — ৱিষ্ণোঃ সুতেনাপি ধনঞ্জয়েন ৱিদ্বন্মনোৰাগনিৱন্ধনহেতুঃ ।
আৱিষ্কৃতং মুঞ্জমহীশগোষ্ঠীৱৈদগ্ধ্যভাজা দশৰূপমেতৎ ॥ ৮৬ ॥

অনুবাদ — মহাৰাজ মুঞ্জৰ বিদ্বৎ পৰিষদত বিদগ্ধতা লাভ কৰা বিষ্ণুৰ পুত্ৰ ধনঞ্জয়ে বিদ্বৎজনৰ আনন্দহেতু এই 'দশৰূপ' ('দশৰূপক'ৰ) উপস্থাপন (ৰচনা) কৰিলে ।

ধনঞ্জয়কৃত দশৰূপকৰ চতুৰ্থ প্ৰকাশ সমাপ্ত ।

দশৰূপক সমাপ্ত ।

পৰিশিষ্ট ক

১। স্বৰূপৰ দৃষ্টিৰে কথাবস্তুৰ বিভাজন ।






২। কাহিনী বিন্যাসৰ দৃষ্টিৰে কথাবস্তুৰ বিভাজন ।




৩। নাট্যধৰ্মৰ (কথোপকথনৰ) দৃষ্টিৰে কথাবস্তুৰ বিভাজন ।




পৰিশিষ্ট - খ

১। নায়কৰ বিভাজন ।



নায়কৰ এই আঠচল্লিশ প্ৰকাৰৰ বিভাজন ধনিকৰ মতেহে দিয়া হৈছে । ধনঞ্জয়ে কেৱল ধীৰললিত নায়কক হে দক্ষিণ, শঠ, ধৃষ্ট আৰু অনুকূল ভেদে চাৰি ভাগত ভগাইছে ।

২। নায়িকাৰ সাধাৰণ বিভাজন




৩। অৱস্থাভেদে নায়িকাৰ বিভাজন ॥




## পৰিশিষ্ট গ

### ১। শৃঙ্গাৰৰসৰ বিভাজন আৰু তদনুৰূপ নায়িকাৰ ভাগ ।



